# গামোচাৰে চিপজৰী

ৰতন লহকৰ





কহিনুৰ প্ৰকাশন

পাঠশালা - ৭৮১৩২৫

**'Gāmochāre Chipjaree'**

Selelected collection of Assamese Articles on different topics written by Ratan Lahkar & published by Smt.Jyoti Lahkar, "Kahinoor Prakashan", Pathsala -781325, Assam, Phone : 86464.

**গামোচাৰে চিপজৰী**

**প্ৰকাশিকা :**
শ্ৰীমতী জ্যোতি লহকৰ
কহিনুৰ প্ৰকাশন
পাঠশালা-৭৮১৩২৫
**ফোনঃ ৮৬৪৬৪**

**প্ৰথম প্ৰকাশঃ**
**ফেব্ৰুৱাৰী, ১৯৯৬**

বেটুপাত আৰু অলংকৰণ :
চন্দন চুতীয়া

**সংকলক :**
পুৰন্দৰ পাটগিৰি

**মূল্য :**
**খনে : ৪৫.০০ টকা**

**মুদ্ৰক : আৰ্ট 'এন' ইমেজ**
**১৯৫ কচুৱা ৰোড**
**কলিকতা - ৪২**

মোৰ হাঁহি, মোৰ কান্দোন, মোৰ আনন্দ, মোৰ চকুপানী, মোৰ গৰ্ব, মোৰ অহংকাৰ, মোৰ চালিকা-শক্তি, মোৰ জীৱনৰ এভ্ৰিথিং হ'ল দৰ্শক। অসমৰ ভ্ৰাম্যমান থিয়েটাৰৰ দৰ্শক। সেই সুযোগ্য দৰ্শকৰ হাততে 'গামোচাৰে চিপজৰী' দান দিলো। ব্যৱস্থা নিজে নিজে ল'ব।

দৰ্শকৰ আশীৰ্বাদ ভিক্ষাৰী
**ৰতন লহকৰ**

পাঠশালা
১ জানুৱাৰী, ১৯৯৬

# সূচীপত্ৰ

——o——

# মধুপুৰ

আমি আচলতে বৰ সাধাৰণ মানুহ। সেয়ে অসাধাৰণসকলৰ পিনে বৰ করুণ দৃষ্টিৰে, বৰ আস্থাৰে, কিবা এটা হ'ব বুলি, কিবা এটা কৰিব বুলি, কিবা ঘটিব বুলি বৈ আছিলো, বৈ আছো। এতিয়া বয়সৰ ভাটিয়নি সোঁতত গা পেলাই অনুভৱ কৰিবলৈ ধৰিলো; আমি সাধাৰণসকলে যিসকলৰ পিনে ইমানদিনে করুণ দৃষ্টিৰে চাই আছিলো, তেৰা সবে শূণ্যত গদা ঘুৰাই আমাক ইঞ্চি ইঞ্চিকৈ তললৈ আৰু তললৈ পঠিয়াবলৈ ধৰিছে। বৰ্ত্তমান সম্পূর্ণ কবৰস্থ হোৱাৰ উপক্ৰম। সেয়ে সাধাৰণসকলৰ মাজৰ পৰা সাধাৰণ জ্ঞানেৰে কিছু আক্ষেপেৰে কেইটিমান কথা কোৱাৰ তাড়ণা অনুভৱ কৰিছোঁ। এইবোৰ ডাঙৰ কিতাপ পঢ়ি কোৱা কথা নহয়, জীৱন যুজত আবদ্ধ হৈ থকাৰ মাজতে জন্ম লোৱা কিছুমান উপলব্ধি আৰু চিন্তাৰ টুকুৰা।

মোৰ সৌভাগ্য, বহুজনতকৈ মই অসমৰ জনসাধাৰণক বেছিকৈ কাষত পাইছো। কাৰণ, মোৰ নাট্যদল লৈ আজি প্ৰায় বাইছ বছৰ ধৰি অসমৰ চুকে কোণে কেৱল জন সাধাৰণৰ মাজলৈ দৌৰি আছো। সেয়েহে, ক'ব নোৱাৰাকৈ, মোৰ মনত এক সামূহিক স্বাৰ্থৰ চিন্তাই ঠাই পাইছে। মাজে মাজে কিছুমান কথা মোৰ বাবে বেদনাদায়ক হৈ উঠে।

যোৱা ৫ ডিচেম্বৰ/'৯১ তাৰিখে এটি ৰাজহুৱা কাম লৈ মোৰ নাট্যদলটিক শিল্পীসকলৰ মাজত এৰি থৈ পশ্চিমবংগৰ কোচবিহাৰ পালোগৈ। এই সুযোগতে আমাৰ জাতীয় গুৰুজনাৰ পবিত্ৰ ধাম মধুপুৰ সত্ৰলৈ গ'লো। মধুপুৰ সত্ৰৰ ধৰ্মীয় ইতিহাসৰ ধৰ্মীয় জ্ঞান মোৰ নাই। আগ্ৰহ কেৱল আমাৰ প্ৰজন্মৰ সাংস্কৃতিক সত্বাটো কি ধৰণে জীয়াই আছে তাক চোৱাৰ। কিন্তু সত্ৰৰ ভিতৰ চ'বালৈ গৈ মোৰ প্ৰত্যাশা, এক গভীৰ হতাশা আৰু দুঃখত পৰিণত হ'ল, সি মোৰ জীৱনত বেদনাৰ এটি স্মৰণীয় দিন হৈ ৰ'ব।

অসমীয়া জাতিৰ আন এক পূণ্য পীঠস্থান মধুপুৰ। নিজ চকুৰে এই স্থানৰ প্ৰতি যি অবহেলাৰ নিদৰ্শন দেখিলো, নিজকে অসমীয়া বুলি পৰিচয় দিবলৈ লজ্জাবোধ হ'ল। নিজকে প্ৰশ্ন কৰিলো, নিজৰ পিতৃ-মাতৃক চিনি নোপোৱা

প্ৰপিতামহৰ নাম মুখত লৈ কাৰ্যতঃ একো নকৰা জাতিটো ভণ্ড বুলি এই মধুপুৰে প্ৰমাণ কৰি থকা নাইনে?

শংকৰদেৱৰ বঁটা গ্ৰহণ কৰোতে সত্যজিৎ ৰায়ে শংকৰদেৱৰ বিষয়ে একো নেজানো বুলি কোৱাত আমি জাণ্ডুৰ খাই উঠো, আমাৰ আত্মসন্মানত আঘাত লাগে। কিন্তু বংগৰ বুকুত থকা মধুপুৰত "আপোনালোকৰ সংকৰদেৱক ভালকৈ লগ পাইছোঁ" বুলি তেওঁক ক'ব পৰা পৰিবেশ এটি আমি তাত গঢ়ি তুলিব পাৰিছোনে? দোষ সত্যজিৎ ৰায়ৰ নে আমাৰ? পিতৃ পুৰুষৰ গৰিমা প্ৰচাৰ কৰা দায়িত্ব পুত্ৰসকলৰ নহয় জানো? আমি পুত্ৰসকলে, সমগ্ৰ ভাৰতবৰ্ষৰ কথা বাদেই, সত্ৰৰ নিচেই ওচৰৰে স্থানীয় বাসিন্দাসকলৰ মাজত শংকৰদেৱক তুলি ধৰিব পাৰিছোনে? আজি সুদীৰ্ঘ কাল ঘূৰি ফুৰোতে অসমৰ বহু ঠাইত শংকৰ দেৱৰ জন্মোৎসৱ, তিথি আদি প্ৰয়োজনাধিক জাকজমকেৰে পতা দেখিছো। বহুবাৰ অবাক হৈ চাইছো, শংকৰ-মাধৱ বিশেষজ্ঞসকলে ফুলাম গামোচা ডিঙিত মেৰিয়াই লৈ শাৰী শাৰী কলপুলিৰে সু-শোভিত পথেৰে, ধুপ-ধুনাৰ ধোঁৱাৰে আবৃত হৈ খোল-তালেৰে উৰুলিকৃত সমদলৰ মাজেৰে সভা মণ্ডপলৈ গহীন খোজেৰে গতি কৰা দৃশ্যলৈ, অবাক হৈ কাণ পাতিছো শংকৰ-মাধৱৰ গুণ-গৰিমাৰ কথাকৈ অন্ত নপৰা সেই বিজ্ঞসকলৰ বক্তৃতাবোৰলৈ। অথচ কাৰ্যতঃ সেই পিতৃ পুৰুষৰ দেহটো এখন চুবুৰীয়া ৰাজ্যত লাজ লাজকৈ অনাবৃত অৱস্থাত পেলাই থৈছো। তাৰ পিছতো আমি সত্যজিৎ ৰায়ক দোষ দিব পাৰোনে? তেৰাৰ পন্থাক লৈ আমি তৰ্ক-বিতৰ্ক কৰিছো, পৃথক পৃথক দৃষ্টিভংগীৰে তেৰাৰ ওপৰত অস্ত্ৰোপ্ৰচাৰ চলাই এঘাৰদিনীয়া-তেৰদিনীয়া, হোমপোৰা-হোম নোপোৰা, ইত্যাদিত লাগি বিভিন্ন দল-উপদলৰ সৃষ্টি কৰিছো। কিন্তু আমি গুৰুজনাৰ আদৰ্শ সংস্কৃতিৰে যে বৃহত্তৰ অসমীয়া জাতিৰ একতাৰ এনাজৰীডাল মজবুত কৰিব পাৰো তাৰ বাবে ভাবিছোনে? শংকৰদেৱৰ নিচিনা পৃথিৱীৰ বিভিন্ন অৱতাৰী মহাপুৰুষৰ দৃষ্টিৰ ওপৰত গৱেষণা চলিব ধৰিছে, আমি তাৰ আঁচনি হাতত লৈছো নে?

মধুপুৰ সত্ৰৰ চৌহদত সোমালেই অযত্ন পালিত পৰিৱেশ এটি যে বিৰাজ কৰি আছে প্ৰথম দৃষ্টিতে অনুভৱ হয়। সত্ৰ দৰ্শনৰ পিছত এক জৰাজীৰ্ণ, নিস্তেজ অৱস্থাত নিসঙ্গতাৰ বেদনাত ভুগি আমাৰ পিতৃয়ে যেন নীৰৱে চকুলো টুকিব লাগিছে। সেই অনুভৱ নোহোৱাকৈ নেথাকে। মধুপুৰ সত্ৰৰ উন্নয়নৰ বাবে

মই কেইটিমান পৰামৰ্শ তলত উল্লেখ কৰিব খুজিছো। অসম চৰকাৰ, সত্ৰ পৰিচালনা কমিটি, অসমীয়া জাতিৰ সমূহ সংস্কৃতি সচেতন আৰু জাতীয় অস্তিত্ব সজাগ সুধীবৃন্দই ইয়াৰ ওপৰত দৃষ্টি নিক্ষেপ কৰি গুৰুজনাৰ সত্ৰখনিৰ উন্নয়নৰ ব্যৱস্থা হাতত লৈ শংকৰ - মাধৱৰ নিচিনা মহাপুৰুষৰ আদৰ্শ সৃষ্টি অসমৰ মাজৰ পৰা সৰ্বভাৰতীয় মৰ্যদালৈ ঠেলি দিয়াৰ প্ৰয়াস হাতত ল'লে মোৰ এই লিখনি ধন্য হোৱা বুলি অনুভৱ কৰিম।

(১) আধুনিক ভাৱধাৰাৰে প্ৰাচীন ঐতিহ্য বজাই ৰাখি বিস্তৃত সু-পৰিকল্পিত আঁচনিৰে প্ৰাচীন আশ্ৰমৰ আৰ্হিত এটি আধ্যাত্মিক পৰিবেশ সৃষ্টি কৰা।

(২) প্ৰধান পথৰ পৰা সত্ৰলৈ সোমাই যোৱা পথটোৰ উন্নতি সাধন কৰি, পথৰ দুয়ো দাঁতিত সৌন্দৰ্যবৰ্দ্ধক বৃক্ষৰোপনেৰে দৰ্শনাৰ্থীসকলৰ দৃষ্টি আকৰ্ষণ কৰিব পৰাকৈ সজোৱা। সত্ৰৰ চৌহদত পৰিকল্পিতভাৱে সুগন্ধি ফুল আৰু ফলমূলৰ বৃক্ষ ৰোপন কৰা আৰু আশ্ৰমৰ গভীৰতা আৰু আধ্যাত্মিক পৰিবেশ সৃষ্টি কৰিব পৰাকৈ এখনি পৰিকল্পিত উদ্যান সজোৱা।

(৩) মূল প্ৰবেশ পথত শংকৰী যুগৰ কলাকৃষ্টিৰ আৰ্হিত এখনি ধুনীয়া তোৰণ সজোৱা।

(৪) এটি কলা কেন্দ্ৰ স্থাপন কৰা। তাত অকল শংকৰী কলা-কৃষ্টিৰে নহয়, অসমীয়া কলা-কৃষ্টিৰ সকলো দিশৰ প্ৰশিক্ষণ আৰু চৰ্চাৰ ব্যৱস্থা থাকিব লাগে। প্ৰশিক্ষক আৰু প্ৰশিক্ষাৰ্থীসকলৰ থকা-মেলাৰ সু-ব্যৱস্থা থাকিব লাগে।

(৫) এখন অসমীয়া মাধ্যমৰ স্কুল পতা। গোৱালপাৰা ৰাজবংশী লোকসকলৰ লগত তাৰ থলুৱা ৰাজবংশী লোকসকলৰ সংস্কৃতিৰ যথেষ্ট মিল থকা দেখা যায়। ৰাজবংশী সকলৰ মাজত অসমীয়া শিক্ষাৰ প্ৰসাৰ ঘটাব পাৰিলে, অতীতৰ বৃহৎ অসমৰ শংকৰদেৱক তেওঁলোকেও চিনি পাব আৰু আমাৰ লগত আত্মীয়তা বাঢ়িব। স্কুলখন নিয়াৰিকৈ চলাবলৈ তিনি বা চাৰিজন ভাল শিক্ষকক নিযুক্তি দিব লাগে।

(৬) সকলো ধৰণৰ সা-সুবিধাৰে এটি ভাল অতিথিশালা নিৰ্মাণ কৰা। তাত দৰ্শনাৰ্থী আৰু ভক্তসকলৰ থকা বাবে থকা সু-ব্যৱস্থা থাকিব লাগে। এইখিনি কাম অসম চৰকাৰৰ পৰ্যটন বিভাগে কৰিব পাৰে।

(৭) সত্ৰাধিকাৰে কোৱামতে মিঠাতেলৰ অভাৱত সত্ৰৰ অক্ষয়বন্তি মাজে মাজে নুমাই যাব খোজে। অক্ষয়বন্তি জ্বলাই ৰাখিবলৈ মাহেকত দুইটিন মিঠাতেল লাগে। পৰিচালনা কমিটিৰ দৃষ্টি আকৰ্ষণ কৰা হ'ল।

প্ৰথম পদক্ষেপত আমি মধুপুৰ সত্ৰৰ কথাই ভাবোঁচোন, পিছলৈ গুৰুজনাৰ আদৰ্শ সংস্কৃতি বিকাশৰ বাবে অন্যান্য কথা ভাবিম হ'ক! ●

(২৮ জানুৱাৰী, ১৯৯২)

প্ৰতি

## শ্ৰীলক্ষ্যধৰ চৌধুৰী, সভাপতি, অসম সাহিত্য সভা



*পূজনীয় পিতা,*
*"প্ৰথমে পাইছো তোমাক*
*জন্মদাতা দেৱতা মোৰ*
*প্ৰণামিছো চৰণ কমল।' (বক্ষ কুমাৰ)*

ভাল হওঁক, বেয়া হওঁক, বিয়াৰ দিনা দৰা-কইনা যেনেকৈ বিশেষ আকৰ্ষণৰ কাৰণ হয়, ঠিক তেনেদৰে অসম সাহিত্য সভাৰ অধিবেশনৰ দিনা কেইটাত সভাপতি পদত অলংকৃত ব্যক্তিজন আটাইতকৈ জনপ্ৰিয় আকৰ্ষণীয় ব্যক্তি হয়। অসমীয়াৰ অতি আপোনজন হয়। আৰু বহুত কিবাকিবি হয়। সেই ব্যক্তিগৰাকীক সন্মান, শ্ৰদ্ধা জনোৱাটো বিভিন্ন কায়দাৰে বন্দোবস্ত কৰা হয়। ইয়াৰ দ্বাৰা প্ৰমাণ হয় অসমীয়াই ব্যক্তিক পূজা কৰিব জানে। এই লেখা ওলোৱাৰ সময়ত সাহিত্য সভাৰ কাৰ্যসূচীৰ অন্ত পৰিব। পৰম্পৰা মতে সকলো কাৰ্য শেষ হ'ব, অৰ্থাৎ সকলোৰে ভাষণ দিয়া শেষ হ'ব। প্ৰস্তাৱ লোৱা শেষ হ'ব। নতুন আঁচনি গ্ৰহণ কৰাটো শেষ হ'ব। ন্যাস পুঁজিৰ লক্ষ্যত উপনীত হ'বলৈ বিভিন্ন উপদেশ লিপিবদ্ধ হ'ব। বাহিজ ঘৰা ঘৰি যাব। প্ৰতিনিধিসকলে নিজৰ নিজৰ চিন্তা ভাৱনাৰে, জয় পৰাজয়ৰ আনন্দ আৰু বিষাদেৰে নিজ স্থানলৈ উভতিব। কেইদিনমান অসমীয়া জাতিয়ে সাহিত্য সভা সম্পৰ্কে সৰৱ আলোচনা কৰিব। বীৰ আবিমন্তৰ আত্মাই শান্তি পাব। ইমানদিনৰ পিছত মোৰ বংশধৰ সকলে মোক মনত পেলাইছে বুলি চুলি চিঙি অসমীয়াক আশীৰ্বাদ কৰিব। কৰ্মকৰ্তাসকলে সকলো সামৰি ভাগৰ পলুৱাবলৈ কেইদিনমান নীৰৱ হৈ থাকিব।

আৰিমত্ত ক্ষেত্ৰত কেইদিনমানলৈ শিয়াল কুকুৰে নিজৰ আহাৰ বিচাৰি চিএৰ-বাখৰ কৰাৰ পাছত গোটেই ক্ষেত্ৰ নিমাও-মাও হ'ব। মুঠতে বিভিন্ন ঠাইত বিভিন্ন ধৰণে ৫৮ খন ক্ষেত্ৰ তৈয়াৰ কৰা হ'ল।

পিতা, প্ৰতি বছৰে সভাপতিজনৰ কাৰ্যকাল শেষ হ'লে বিগত বছৰটোত কি কি কৰিলে তাৰ এটা সামান্য আভাস দি বিদায়ী ভাষণ দিয়ে। প্ৰতিজন সভাপতিয়ে বিদায়ী ভাষণত এটা কথা আক্ষেপেৰে কয় যে সময়ৰ বৰ অভাৱ। এটা বছৰত যিখিনি সময় পোৱা যায়, সেই সময়ত সভাপতিৰ কৰিব লগীয়া কামখিনি কৰিব নোৱাৰি। বৰকৰা হাৰে ৪৩৩ দিন পায়ো খায় কম বুলি কৈছে। এৱাৰ এগৰাকী সভাপতিয়ে বছৰটোত মেল-মিটিং, আলোচনা চক্ৰ, সম্বৰ্দ্ধনা, যাতায়ত, খোৱা, শোৱাৰ সময়ৰ হিচাপ এটা দিছিল -আচলতে প্ৰকৃত অৰ্থত সভাপতি এগৰাকীয়ে কাম কৰাৰ সময় পায় ৰূপালী জয়ন্তী, সোণালী জয়ন্তী পাৰ হৈ হীৰক জয়ন্তী আহি পালে। (মানুহৰ ৫৮ বছৰ মানে ইহলীলা সামৰিবৰ সময়) কিন্তু প্ৰতিজন সভাপতিয়ে এবছৰ সময়ত সভাপতিৰ কৰিবলগীয়া কামখিনি কৰিব নোৱাৰি বুলি জানি বুজিও সভাপতি হৈয়ে আছে। যদি এই সময়খিনি সচাঁকৈয়ে দেশ আৰু সাহিত্যৰ বাবে একো কৰিব নোৱাৰি তেনেহ'লে সভাপতি পদ গ্ৰহণ কৰাৰ যুক্তি আছে জানো? আৰু ইমান বছৰে এনেকুৱা নিৰ্মম সত্য এটা উদঘাটন হোৱাৰ পাছতো সাহিত্য সভাৰ কৰ্মকৰ্তা সকলে একো ব্যৱস্থা লোৱা নাই কিয়? নে সংবিধানত এনে কথা লিখা আছে যে সেইখন কোনেও চুব নোৱাৰে। নে সভাপতি হ'বলৈ বহুতো ব্যক্তি বাকী আছে - সভাপতিৰ কাৰ্যকাল বঢ়ালে তেৰাসৱে সভাপতি হ'ব নোৱাৰিব। যদি দ্বিতীয়টোৱে সত্য হয়, তেনেহ'লে ছয়মহীয়া, তিনিমহীয়া অধিৱেশন পাতি সভাপতি পতা কাৰ্য প্ৰথমেই শেষ কৰি কামৰ কথা ভাবিব লাগে। অৰ্থাৎ প্ৰতিজন সভাপতি যিহেতু অসমৰ চিন্তাশীল ব্যক্তি, গতিকে কাম কৰিবলৈ সময় দিব লাগে। সাহিত্যৰ উন্নতি হ'ব লাগে। জাতিৰ উন্নতি হ'ব লাগে।

নৱগ্ৰহত ডিচেম্বৰ মাহৰ ১ তাৰিখে থিয়েটাৰ কৰিবলৈ যাওঁতে আপোনাক সম্বৰ্দ্ধনা জনাবলৈ মাতিছিলো। ঘৰত আছিল অসুখ। তথাপি আপুনি আহিছিল। অনুষ্ঠানৰ পিছত মই আপোনাক ঘৰত থবলৈ গৈছিলো। বাটত আপুনি ক'লে ঘৰলৈ গ'লে মনটো বেয়াহে লাগিব। ল'ৰাইত আছে। মই কুমাৰ ভাস্কৰ মন্দিৰলৈকে যাওঁ। মোক ভাত নখাই থৈ আহা। শান্তি পাম। এই 'শান্তি পাম' কথাষাৰিয়ে মোক ভবাই তুলিছিল, আপুনি নাটক, মঞ্চক কিমান ভাল পায়। আপুনি সচাঁকৈয়ে মঞ্চ কৌৰৱৰ পিতা, আপুনি অসমীয়া জাতিৰ 'কুমাৰ'

হৈ থাকক, 'ভাস্কৰ' হৈ থাকক।

পিছে পিতা, যি কাৰণত চিঠিখন লিখিবলৈ ওলাইছো সেই কাৰণটো এতিয়াহে কওঁ। কাকো নক'ব। মই ভাল নোপোৱা কথা এটা জনাব খুজিছো। ১৪ তাৰিখৰ 'চিত্ৰসংবাদ' খনত আপোনাৰ সাক্ষাৎকাৰটো পঢ়িলো। পঢ়ি পঢ়ি শেষৰ মই থমকি ৰলোঁ। নৱগ্ৰহত সম্বৰ্দ্ধনা জনোৱাৰ সময়ত সদায় ধেমেলিয়া ভঙ্গীত কথা কোৱা ভঙ্গীমাৰে আপুনি কৈছিল 'জীৱনত সিদ্ধি খান্দি চুৰ কৰাৰ বাদে সকলো কৰিছো'। ইয়াৰ অৰ্থ এইটোৱেই যে জীৱন সংগ্ৰামত আপুনি অভিজ্ঞ ব্যক্তি। বৰ্তমান আপুনি অসমৰ আটাইতকৈ প্ৰিয় মানুহ। তাতে আকৌ অসমীয়া জাতিয়ে আপোনাৰ ওপৰত গুৰু দায়িত্ব অৰ্পণ কৰিছে। বহুত দায়িত্ব, বহুত কৰ্তব্য আপোনাৰ সন্মুখত। প্ৰতি মুহূৰ্ত্ততে সচেতন হ'ব লাগিব। প্ৰশ্নটো আছিল 'অসমৰ সাম্প্ৰতিক পৰিস্থিতি সম্পৰ্কে মতামত'।

আপুনি উত্তৰ দিছে, 'চাই আছো ক'ৰ পানী ক'লৈ যায়।'

উত্তৰটো মই সহ্য কৰিব পৰা নাই। অলপ খং উঠিল। কেই ঘণ্টামান ভাবিলোঁ। ইমান দিনে আপোনাক যিখিনি জানিছিলোঁ, বুজিছিলোঁ, সেই মতেতো খং উঠিব নেলাগিছিল। কিন্তু উঠিল। হয়তো ৰিপু দমনৰ অসমৰ্থতাৰ বাবে। আপুনিও হয়তো অভিনেতা শিল্পী মনৰ ৰিপুটো দমন কৰিব নোৱাৰি নাটকীয় ভংগীমাত ক'লে চাগে। কিন্তু সময়োচিত বচন নহ'ল। আৰু কিবা হ'ব লাগিছিল। সকলোৱে চাই থাকিলে জাতিটোৰ আৰু বিপদ হ'ব। নিৰ্লিপ্ত বা পলায়নবাদী হৈ ৰহি থাকিলেতো নহ'ব। স্বাধীনতাৰ পৰা এটা যুগ আগলৈ নিৰ্লিপ্ত হৈ থকাৰ পিছত ডেকা চামে বহুত কিবাকিবি চিন্তা কৰি কিবাকিবি এটা ঘটাব খুজিছিল। আমিও আটায়ে সম্পূৰ্ণ সহযোগ কৰিছিলোঁ, হঠাৎ যেন অসমীয়া জাতি সাৰ পাই উঠিছিল। পিছে এতিয়ালৈ শুদ্ধ উত্তৰ এটা নোলাল। অপেক্ষা বৰ বেদনাদায়ক। সীতা সম অসমী আইৰ এই বেদনাৰ কেতিয়া অৱসান হ'ব? আপুনি বয়োজ্যেষ্ঠ। আপুনি অভিজ্ঞ। আপুনি আটাইৰে নমস্য। আকৌ কৈছো, আপুনি 'কুমাৰ ভাস্কৰ'। আপোনাৰ শৌৰ্য-বীৰ্যেৰে আমাক পথৰ সন্ধান দিয়ক। ক্ষমা প্ৰাৰ্থনাৰে। ●

*[ চিঠিখন ব্যক্তিগত যেন লাগিলেও ইয়াত উত্থাপিত অভিযোগখিনি ৰাজহুৱা স্বাৰ্থতেই কৰা হৈছে আৰু আমি, হোজা মানুহখিনি এতিয়াও উপযুক্ত নেতৃত্বৰ অভাৱত একপ্ৰকাৰ দিশহাৰা হৈ আছো, সেই বাবেই এই ব্যক্তিগত যেন লগা চিঠিখন ইয়াত সন্নিবিষ্ট কৰা হ'ল। ]*

*(৭ মাৰ্চ, ১৯৯২)*

# সততা



পশ্চিম বংগৰ কোচবিহাৰ ভ্ৰমণৰ সময়ত এখন চাহ দোকানৰ সন্মুখত দুজনমান বঙালী ল'ৰাই আমাৰ কথা বতৰালে কাণ পাতি আছিল। হঠাতে এজন ল'ৰাই মোৰ ওচৰলৈ আহি সুধিলে, 'দাদা, আপুনি অসমৰ পৰা আহিছে নেকি?'

মই হয় বুলি ক'লোঁ।

তেওঁ ক'লে, 'আপোনাক মোৰ কেইটামান কথা ক'বলগীয়া আছে'।

মই কলোঁ 'কোৱা'।

তেওঁ আৰম্ভ কৰিলে, দাদা মই অতি দুখীয়া পৰিয়ালৰ ল'ৰা। আমাৰ স্থানীয় সংঘ এটিৰ সদস্য হিচাপে সংঘৰেই সৌজন্যত গুৱাহাটীৰ এটি ব্যক্তিগত প্ৰতিষ্ঠানে আয়োজন কৰা ক্ৰীড়া প্ৰাতিযোগিতাত মই ২য় স্থান অধিকাৰ কৰিছিলো আৰু তাৰ পুৰস্কাৰ হিচাপে প্ৰতিষ্ঠানটোৱে মোলৈ এখন এহেজাৰ টকাৰ চেক পঠাইছিল। অৰ্থৰ অভাৱত নিজে গুৱাহাটীলৈ যাব নোৱাৰাত এজনক 'অথৰাইজ' লিখি দি টকাখিনি সংশ্লিষ্ট বেংকটোৰ পৰা উলিয়াই আনিবলৈ ক'লো। তেওঁ ঘূৰি আহি জনালে যে উক্ত বেংকটোত প্ৰতিষ্ঠানটোৰ ধন জমা নাই। গতিকে টকা খিনি আনিব পৰা নহ'ল। এনেদৰেই চেকখন ঘূৰি আহিল। আপুনি কিবা সহায় কৰিব পাৰেনে?

কথাখিনি শুনি মই মৰ্মাহত হ'লোঁ। মই সুধিলোঁ, প্ৰমাণ দেখুৱাব

পাৰিবানে ?

"নিশ্চয় পাৰিম" বুলি কৈ তেওঁ সংঘৰ কাৰ্যালয়লৈ মোক লৈ গ'ল। সংঘৰ কাৰ্যালয়ত বহি তেওঁৰ সকলোবিলাক কাগজ পত্ৰ পঢ়ি চাই বুজিলোঁ স্বপন কুমাৰ সাহা নামৰ সেই যুবকজনে সচাঁকৈ উক্ত প্ৰতিষ্ঠানে আয়োজন কৰা ক্ৰীড়া প্ৰতিযোগিতাত ২য় স্থান পাইছিল। মই খুব লজ্জাবোধ কৰিলোঁ। উক্ত প্ৰতিষ্ঠানৰ হৃকে মই এহেজাৰ টকা তেওঁক দিলোঁ আৰু তেওঁৰ পৰা উক্ত প্ৰতিষ্ঠানৰ হৈ মোৰ পৰা পুৰস্কাৰৰ টকা পোৱা বুলি লিখা এখন ল'লোঁ। সংঘৰ বিষয়ববীয়াসকলে মোক এখন ধন্যবাদ পত্ৰও লিখি দিলে।

দুঃখ আৰু লজ্জিত মনেৰে মই দুদিনমান পিছত পাঠশালালৈ ঘূৰি আহিলোঁ। পাঠশালাৰ পৰা গুৱাহাটী অভিমুখে আহোঁতে দুৰ্ভাগ্যবিশতঃ মোৰ ভি, আই, পি কে'চটো কাগজ-পত্ৰসহ মই অহা দূৰগামী বাছখনতে থাকি গ'ল। মই গুৱাহাটীত নামি কিছুসময় পাছতে মনত পৰিলত গম পালোঁ মোৰ ভি, আই, পি কে'চটো তিনিচুকীয়ালৈ গুচি গ'ল। যি নহওঁক, কথাটোৰ সোনকালে এটি ফয়চলা হৈ যাওঁক বুলি ভাবি উক্ত প্ৰতিষ্ঠানৰ স্বত্বাধিকাৰীক কাগজ পত্ৰখিনি মোৰ হাতত নথকা সত্বেও সকলো কথা বিবৰি ক'লোঁ। ইয়াকো ক'লো যে বাকচটো হেৰুৱা বাবে সেই মুহূৰ্ত্তত তেওঁক মই কাগজপত্ৰবোৰ দেখুৱাব নোৱাৰিম। দৰকাৰ হ'লে পুনৰ সংঘটোৰ লগত যোগাযোগ কৰি সেইবোৰ ট্ৰু কপি কৰি আনি তেওঁক পিছত দেখুৱাব পাৰিম। তেওঁ মোক ধন্যবাদ দিলে আৰু ইমান তাৰিখৰ ভিতৰত আপোনাক টকাখিনি দি দিম বুলি ক'লে। পিছে নিৰ্দিষ্ট তাৰিখ পাৰ হৈ গ'ল। উক্ত প্ৰতিষ্ঠানটোৰ পৰা মই সদুত্তৰ নাপালোঁ। এতিয়া কথা হ'ল, টকাখিনি ঘূৰাই পোৱাটো মোৰ বাবে ডাঙৰ কথা বুলি ভবা নাই। মই সেই সময়ত বঙালী ল'ৰাজনক টকাখিনি দিছিলোঁ! অসমীয়াৰ মান সন্মানৰ প্ৰশ্নটো সন্মুখত ৰাখিহে। কিয়নো এজন অসমীয়া হিচাপে মোৰ সন্মানত লাগিছিল।

প্ৰশ্ন হ'ল - প্ৰতিষ্ঠিত প্ৰতিষ্ঠানটোৰ মৰ্যাদাবোধ, দায়িত্ববোধ ক'লৈ গ'ল ? অসমীয়া জাতিক ভাৰতৰ অন্য প্ৰান্তৰ মানুহৰ সন্মুখত হেয় কৰিবৰ বাবেই প্ৰতিষ্ঠানটোৱে এই প্ৰতিযোগিতাৰ আয়োজন কৰিছিল নেকি ? প্ৰতিষ্ঠানটোৰ 'প্ৰতিযোগিতা' এক ভুৱা আভিজাত্য বুলি ভাবিলে ভুল হ'ব নেকি ?

এয়া কোনো কাল্পনিক কাহিনী নহয়। জীয়া সচাঁ কাহিনী। এই কাহিনীয়ে আমাৰ গামোচাখনৰ পবিত্ৰতা নষ্ট কৰিছে আৰু এনেকুৱা বহু কাহিনীয়ে গামোচাখনক আত্মহননৰ আহিলালৈ পৰিণত কৰিব ধৰিছে। ●

([illegible] ফেব্ৰুৱাৰী, ১৯৯২)

# আমি কিমান সভ্য

ভাৰতবৰ্ষ স্বাধীন হোৱাৰ পৰা'৭৯ চন মানলৈ আমি প্ৰায় এটা গতানুগতিক প্ৰক্ৰিয়াৰে চলি আছিলো। হঠাৎ কিবা এটা পৰিবৰ্তনৰ ঢৌ আহিল। মূলতঃ জাতীয়তাবাদ, অস্তিত্ব, স্বাধীন ইত্যাদি ইত্যাদি কথাবোৰ। দুই এবছৰৰ ভিতৰতে জাতীয়তাবাদ অস্তিত্ব আদি ভাঙি টুকুৰা-টুকুৰ হ'ল ক্ষুদ্ৰ ক্ষুদ্ৰ জনগোষ্ঠীৰ স্তৰলৈ। ভয়ত, সংশয়ত। হঠাৎ বৃহত্তৰ অসমীয়া জাতিটো প্ৰথম বাৰৰ বাবে ঘাই সুঁতিত বাধা পৰিল। দূৰদৰ্শিতাৰ অভাৱত। বহুতে কিবাকিবি বিচাৰি চিঞৰিবলৈ ধৰিলে। অৱশেষত বড়ো আৰু অসমীয়া ভাষীৰ (সংখ্যা নাজানো) অসম আন্দোলন বৰ্তি আছে দুটা এলেকাত বিভিন্ন ৰূপত। অসম আন্দোলনকাৰী আৰু বড়ো আন্দোলনকাৰীয়ে নিজৰ নিজৰ এলেকাত একে পদ্ধতিৰে কাম কৰিছে। টকা বিচাৰিছে, সমৰ্থন বিচাৰিছে। বিৰোধিতা কৰিলে শাস্তি, আনকি হত্যাও কৰিছে। কিন্তু অসমৰ সাধাৰণ ৰাইজে অবাক ভীতিগ্ৰস্ত দৃষ্টিৰে চাই আছে কাৰ্যকলাপবিলাকৰ পিনে। এই সকলোবোৰ যদি শুদ্ধ নীতি আৰু যুক্তিযুক্ত আদৰ্শৰ ভেটিত হৈছে উত্তৰ এদিন ওলাব। সময়ে ক'ব।

**এটা ছাতি :**

যোৱা ২২ বছৰে অসমৰ দিহিঙে দিপাঙে ঘূৰি ফুৰোতে জাতিটোৰ সৰু সৰু মানুহৰ বহু কথাৰ, মনৰ উমান পাওঁ। বহু সময়ত আবেগ বিহ্বল হওঁ। বড়ো আন্দোলনৰ মূল উৎস নেজানিলেও বহু কথা জানো। মই এনে বড়ো ডেকা লগ পাইছো যাৰ এসময়ত ১০ বিঘা মাটি আছিল। মাটি টুকুৰাকে জীৱনৰ সৰ্বস্ব বুলি কষ্ট কৰি কষ্টেৰে চলি আছিল। কোনোবা সভ্য অবড়োয়ে বড়ো অঞ্চললৈ গৈ সিহঁতৰ দুঃখত দুঃখী হৈ বিভিন্ন ধৰণে সহায় কৰিব ধৰিলে। কাৰোবাৰ টান নৰিয়া হ'ল। সেই ত্ৰাণকৰ্তাজনেৰে টকা ধাৰলৈ দি সহায় কৰিলে। কাৰোবাৰ গৰু নাই, মাটি বন্ধকত ৰাখি গৰু কিনিবৰ বাবে টকা দিলে। উক্ত ডেকা ল'ৰাৰ বাপেকে এটা ছাতিৰ প্ৰয়োজনীয়তা অনুভৱ কৰিলে। হৃদয়বান মহাজনে তৎক্ষণাৎ ছাতি এটাৰ ব্যৱস্থা কৰিলে আৰু বগা কাগজ এখনত টিপ চহীটো ৰাখিলে। সহজ সৰল বড়ো ডেকাৰ বাপেকে ঘৰলৈ ঢাপলি মেলিলে গাঁৱত খবৰটো দিবলৈ যে চুবুৰীটোৰ ভিতৰত সিয়ে একমাত্ৰ ছাতি এটাৰ অধিকাৰী (হায় সৰলতা)। সময় সোঁতত ডেকাৰ বাপেকৰ ১০ বিঘা মাটি ছাতিৰ বিনিময়ত মহাজনৰ হাতলৈ গ'ল। ভাবো হৈ যেতিয়া সেই ডেকাই এই কাহিনী জানিলে তাৰ কি প্ৰতিক্ৰিয়া হ'ব? এনে হেজাৰ হেজাৰ কাহিনী 'বড়োলেণ্ড'ৰ (বিচৰা)

মাটিত জীপ লৈ আছে সেইসকলৰ পূৰ্ব পুৰুষৰ চকুপানীৰে অসমীয়া বুলি নিজেই গৰ্ব কৰা আমিবোৰৰ।

**টকাৰ পাহাৰঃ**

দেখিছে? দেখা নাই, শুনক। তিনিচুকীয়া চহৰৰ পূবফালৰ বহু মাটি মোৰ বন্ধু এজনৰ পূৰ্ব পুৰুষৰ আছিল। বন্ধুৰ ককাদেউতাকে কানি খাইছিল। এজন ৰাজস্থানী বেপাৰীয়ে সেই সুযোগ গ্ৰহণ কৰিলে। মোৰ বন্ধুৰ ককাদেউতাকক সদায় বিনা পইচাত কানিৰ যোগান ধৰিলে। বন্ধুত্ব হ'ল। এটা সময়ত ব্যৱসায়ীজনে নিজৰ এটুকুৰা মাটি নোহোৱাৰ কথা কৈ ককাদেউতাৰ ওচৰত কান্দিলে। দয়ালু ককাদেউতাই মাটি দিলে। সময় বাগৰি আছে। কিছুদিন পিছত দৰদী ব্যৱসায়ীয়ে আৰু কিছু বেছি পৰিমাণে মাটি বিচাৰিলে। নিজৰ ল'ৰা-ছোৱালীৰ ভৱিষ্যত ভাবি ককাদেউতাই প্ৰত্যাখ্যান কৰিলে। কিন্তু কিমান দিন? এদিন মাৰোৱাৰীজনে এজন বিহাৰীৰ বোকোচাত এটা বস্তা লৈ ককাদেউতাৰ ঘৰ ওলাল। ককাদেউতা তেতিয়া কানিৰ নিচাত। মাৰোৱাৰীয়ে আকৌ কানি খুৱালে। নিচা ভালকৈ লাগিল। এটা সময়ত মাৰোৱাৰীয়ে ঢাবি কেইখনমান আনিবলৈ ক'লে। আনিলে। মাটিৰ কথা আকৌ মাৰোৱাৰীজনে উলিয়ালে। নিচাগ্ৰস্ত ককাদেউতাই আকৌ ভৱিষ্যতৰ কথাভাবি প্ৰত্যাখ্যান কৰিলে। মাৰোৱাৰীৰ নিৰ্দেশত বিহাৰীজনে বস্তাৰ বান্ধ খুলি ভিতৰৰ বস্তু বাকি দিলে। উহ ঈশ্বৰ, এইবোৰ টকা দেখোন, এখন পাহাৰ। টকা উৰি গৈ ককাৰ গালে মুখে লাগিল। অৱশ্যে নিচাগ্ৰস্ত চকুৰে চালে - ইমান টকা? ক'ব নোৱাৰাকৈ মাৰোৱাৰীজনে নিয়া দলিলত টিপ চহী দিলে। মাৰোৱাৰী বন্ধুজনে খোজ দিলে - বোধহয় উপপ্ৰতি সমাহৰ্তা কাৰ্যালয়লৈ। টকাবোৰ ১ টকীয়া নতুন নোট। বন্ধুৰে নেজানে তাত কিমান টকা আছিল।

প্ৰশ্ন হ'ল, সেই ছাতিটো দিয়া মহাজন আৰু এটকীয়া বস্তাৰ মালিক মাৰোৱাৰীজন, দুয়ো দুটা পদ্ধতিৰে একে কাম কৰিছে। এজন অসমীয়া আৰু এজন অসমৰ বাহিৰৰ। বড়ো ডেকাৰ বাপেক আৰু তিনিচুকীয়াৰ বন্ধুৰ ককাদেউতা একে ধৰণে একে প্ৰক্ৰিয়াৰ বলি। কি কৰা যায় এতিয়া? মহা বিপদ হ'ল। এইবোৰ কথা চিন্তা কৰিয়ে আপোনালোকক অতি শ্ৰদ্ধাৰে প্ৰশ্ন কৰিছোঃ হে সমাজপতি, হে মহান অসমীয়া বৃহত্তৰ অসমীয়া জাতিৰ ৰক্ষক আৰু ত্ৰাণকৰ্তা, হে সমাজবাদ গণতন্ত্ৰ, বুৰ্জোৱা আদি শব্দেৰে বিশ্লেষণ কৰা পণ্ডিত, হে মহান চিন্তাবিদ লিখক, আপোনালোকে এবাৰ এই মাটি এমুঠি হাতৰ মুঠিত লৈ তাৰ কি কি গোন্ধ আছে বা থাকিব পাৰে শুঙি চাওঁক। আহঁৰ মেখেলা, দেউতাৰ চুৰিয়াখন লেতেৰা বুলি ঘিণ কৰাত আভিজাত্য আছে কিন্তু সংস্কৃতি নাই। কিয় আপোনালোকে অসম আন্দোলনৰ দৰে বড়ো, কাৰ্বি আদি জনগোষ্ঠীৰ চিএৰ বেদনা অনুভৱ কৰা নাই? ●

*(১১ ফেব্ৰুৱাৰী, ১৯৯২)*

# আমাৰো হাঁহি উঠি যায়



এটি অঞ্চললৈ গৈছিলো নাট্যদলটি লৈ। সেই অঞ্চলৰে এখন ব্যস্ত চহৰত আমাৰ নাট্যাভিনয়ৰ পাতনি মেলিছিলোঁ। তাতে এটি ঘটনা ঘটিছিল। আমাৰ তিনিদিনীয়া নাট্যানুষ্ঠান মুকলি কৰিবৰ বাবে আহ্বায়ক সমিতিয়ে চহৰৰে এজন বিশিষ্ট ব্যক্তিক আমন্ত্ৰণ কৰি আনিলে। যথা নিয়মে তেওঁ আমাৰ নাট্যানুষ্ঠান উদ্বোধন কৰিলে। গ'ল কথা গুচিল। পিছদিনা উধাতু খাই আহ্বায়ক সমিতিৰ সম্পাদকজন মোৰ ওচৰলৈ লৰি আহিল। তেওঁ ক'লে, কথা সাংঘাতিক। অমুক প্ৰাক্তন মন্ত্ৰী সেই চহৰৰ প্ৰভাৱশালী মানুহ। প্ৰথম দিনাৰ নাট্যাভিনয় তেওঁ চাইছে। তেওঁ ক্ষুন্ন হৈছে, তেওঁক বাদ দি তেওঁতকৈ তলৰ স্তৰৰ এজন ব্যক্তিৰ দ্বাৰা উদ্বোধন কৰোৱা কাৰ্যত।

কথাখিনি শুনি মই হতভম্ব আৰু চিন্তিত হৈ পৰিলোঁ। নাট্যাভিনয় কৰিবলৈ আহি এটা অঞ্চলৰ বা ঠাইৰ মানুহৰ মাজত ভুল বুজাবুজিৰ সৃষ্টি হোৱাটো মই কাহানিও কামনা নকৰোঁ। সম্পাদকজনে ক'লে, তেওঁক ক্ষুণ্ণ কৰিলে তেওঁলোকৰ অনুষ্ঠানটোৱো ক্ষতি হ'ব পাৰে। মোৰ বেয়া লাগিল। হঠাৎ এটা উপায়ৰ কথা মনলৈ আহিল। আলোচনা কৰি তৎমুহূৰ্তেই সম্পাদকজনৰ লগত প্ৰাক্তন মন্ত্ৰী গৰাকীৰ ঘৰলৈ গ'লো। সম্পাদকজনক দেখাৰ লগে লগে তেওঁৰ খঙৰ ভমকটো আকৌ উঠি আহিল। তেওঁ আকৌ দুটামান টান কথা শুনাই দিলে। সম্পাদকজনে ক্ষমা খুজি মোক তেখেতৰ লগত পৰিচয় কৰাই দিলে। নমস্কাৰ বিনিময়ৰ পাছত তেখেত অলপ ঠাণ্ডা হ'ল; বহিবলৈ ক'লে। মই ক'লো, "আপুনি আজি আমাৰ মঞ্চ উদ্বোধন কৰিব লাগে।"

"কিয় ? উদ্বোধন পৰ্বতো কালিয়েই শেষ হ'ল। আজি লৈনো কি বাকী থাকিল ?" তেওঁ ক্ষোভেৰে ক'লে।

মই ক'লো, "প্ৰথম নিশা সাধাৰণতে দৰ্শক কম থাকে। গতিকে প্ৰথম নিশাৰ গুৰুত্ব পিছৰ কিদিনতকৈ কম। আজি ২য় নিশা। দৰ্শকৰ সমাগম বেছি হ'ব। গতিকে আজিৰ নিশাটো আপোনাৰ বাবে ৰখা হৈছে। তাৰোপৰি আমাৰ মঞ্চ দুখন। কালি এজনে এখন মঞ্চ মুকলি কৰিলে, আনখন আজি আপুনি কৰিব, তেওঁৰ মুখত হাঁহি বিৰিঙি উঠিল। তেওঁ আনন্দেৰে নিমন্ত্ৰণ গ্ৰহণ কৰিলে। সন্ধিয়া যথা সময়ত তেওঁ মঞ্চত উঠিল। সম্পাদকজনো তেওঁৰ কাষতে থিয় হৈ থাকিল। তেওঁৰ বক্তৃতাৰ সাৰাংশ এনেকুৱা : "মাননীয় ৰাইজ , যোৱা কালি মই দৰ্শকৰ শাৰীত বহি নাটক চালো। খুব ভাল হৈছে। যোৱাকালিৰ মঞ্চত আমাৰ স্থানীয় মহান ব্যক্তি এগৰাকীয়ে উদ্বোধন কৰিলে। মই সাধাৰণ মানুহ , ময়ো মঞ্চ উদ্বোধন কৰিব লাগিব বুলি ভবা নাছিলো। কালিয়েতো সকলো হৈ গ'ল। হঠাৎ আজি কমিটিৰ সম্পাদক আৰু কহিনুৰৰ প্ৰযোজকে ক'লে বোলে, কহিনুৰৰ মঞ্চ দুখন। এখন কালি মুকলি কৰা হ'ল, আনখন আজি হ'ব। গতিকে সেইখন মঞ্চত আজি মই............।'

হাঁহিত ৰ'ব নোৱাৰি মই সাজঘৰলৈ দৌৰিলোঁ। তেওঁ বক্তৃতা দি আছে। সম্মানবোধৰ যুদ্ধত জয়লাভ কৰি সন্তুষ্টি লভা প্ৰাক্তন মন্ত্ৰী গৰাকীক দেখি ভাব হ'ল, এনেকুৱা লোকেই আমাক শাসন কৰিছিলনে ? তেখেত মন্ত্ৰী হৈ থকা কালত কোনটো বিষয়ক অগ্ৰাধিকাৰ দিছিল ? জনসেৱাক নে ব্যক্তিগত মান সন্মানক ? ●

(১৪ ফেব্ৰুৱাৰী, ১৯৯২)

# গুৱাহাটী

এখন ৰাজ্যৰ ৰাজধানীতে সেই ৰাজ্যৰ জাতিটোৰ উন্নতিৰ বাবে সকলো ধৰণৰ চৰকাৰী বেচৰকাৰী পৰিকল্পনা আদি তৈয়াৰ হয়। ৰাজধানী হৈ পৰে জ্ঞানী-গুণী মানুহৰ ভঁৰাল। সেই ভঁৰালৰ সৰ্চৰ পৰাই জাতি-গঠনৰ সকলো ধৰণৰ প্ৰক্ৰিয়াৰে জাতিটোক জাতিস্কাৰ কৰিব লাগে। কিন্তু কৰা নহ'ল। হয়তো ছিলঙত বহুদিন ৰাজধানী থকাৰ বাবেই নেকি। কিন্তু তেতিয়াওতো ছিলঙলৈ অহা যোৱাৰ বাটত অসমৰ প্ৰাণকেন্দ্ৰ গুৱাহাটীত জ্ঞানী, গুণীলোকে কোঠ মাৰি আছিল। ফিল্টাৰেৰে পানী শোধন কৰাৰ দৰে ৰাজধানী ছিলঙৰ পৰা ৰাগৰি অহা সৰ্চবোৰ ভাল নে বেয়া গুৱাহাটীৰ কোঠৰ চালনীখনত দি চালি জাৰি চাব লাগিছিল। বোধহয় চোৱা নহ'ল। ৰাজধানী নামি অহাৰ পিছত হৃৎপিণ্ড, প্ৰাণকেন্দ্ৰ স্নায়ুকেন্দ্ৰ আদি বিশেষণেৰে গুৱাহাটীক লৈ গৰ্ব কৰা হ'ল। পিছে সঁচা অৰ্থত জাতি গঠন প্ৰতিক্ৰিয়াত নাট্য সংস্কৃতিৰ যি ভূমিকা, সেইটো গুৱাহাটীয়ে ঠিক মতে পালন নকৰিলে। গুৱাহাটীয়ে অসমত যিমানখিনি সাংস্কৃতিক বাতাবৰণ সৃষ্টি কৰিব লাগিছিল, আমাৰ মতে একো কৰিব পৰা নাই বা কৰা নাই বা তেনেকুৱা কথা ভবাও নাই বা ভাবিবলৈ চেষ্টাও কৰা নাই। যিদিনাই কটন কলেজ স্থাপন হৈছিল, সিদিনাই কুমাৰ ভাস্কৰ, আৰ্য নাট্য মন্দিৰত (বেদনাদায়ক বুৰঞ্জী) নাটক কৰিব পৰা হৈছিল। সিদিনাৰ পৰাই এটা নাট্য আন্দোলনৰ প্ৰাৰম্ভিক কাম হ'ব লাগিছিল। বিশ্ববিদ্যালয়, জিলা পুথি ভঁৰাল মঞ্চ আৰু ৰবীন্দ্ৰ ভৱন স্থাপন হোৱাৰ পাছত আৰু কিবাকিবি হ'ব লাগিছিল। বৰং আৰ্য নাট্য মন্দিৰ আৰু কুমাৰ ভাস্কৰ নাট্য মন্দিৰত নাটক কৰা কৰ্মীৰ প্ৰাণোচ্ছল, প্ৰাণস্পৰ্শী প্ৰক্ৰিয়াত বাধাহে পৰিল। উদ্যম সীমিত হ'ল। লাখ লাখ টকা খৰচ কৰা ৰবীন্দ্ৰ ভৱনৰ সাংস্কৃতিক সঞ্চালকালয়ে আনৰ কথা বেলেগ, ৰবীন্দ্ৰ ভৱনৰ আটাইতকৈ ওচৰত থকা অসমীয়া পৰিয়ালটোকে প্ৰভাৱান্বিত কৰিব নোৱাৰিলে। এসময়ত জাতীয় নাট্যশালাৰ কথা ৰবকৈ ওলাইছিল। অসমৰ ভালে কেইজন গণ্যমান্য ব্যক্তিয়ে এই বিষয়ে প্ৰবন্ধ পাতিও লিখিছিল। কিন্তু কাৰ্যক্ষেত্ৰত দেখা গ'ল সকলোবোৰ ফুটুকাৰ ফেন। অৱশ্যে জাতীয় নাট্যশালা নহ'লেও নাটকৰ ওপৰত চিন্তাচৰ্চা কৰিব পাৰি, নাট্যচৰ্চাৰ পৰিবেশ গঢ়ি তুলিব পাৰি। চেগাচোৰোকাকৈ কোনোৱা কোনোৱাই এনেকুৱা চেষ্টা হয়তো কৰিছিল; কিন্তু প্ৰয়োজনীয় অধ্যৱসায়, দূৰদৰ্শিতা, ত্যাগৰ অভাৱৰ বাবে হয়তো সেই প্ৰচেষ্টাও সফল হোৱাৰ

উদাহৰণ আমি দেখুৱাব নোৱাৰিলোঁ। আমাৰ দৰে ভ্ৰাম্যমান নাটক কৰা সকলক সামান্য এচাম লোকে ইতিকিং কৰে। ভাল নাটক কৰিলেও তাৰ স্বীকৃতি দিয়া দূৰৰ কথা, নাক কোঁচাইহে বহি থাকে।

অপ্ৰাসঙ্গিক যেন লাগিলেও অথবা কোনোবাই বিজ্ঞাপন দিছো বুলি ভাবিলেও আমি এইখিনিতে বিনম্ৰভাৱে এটি কথা উল্লেখ কৰিব খুজিছো। নাট্য-পৰিবেশ গঢ়ি তোলাৰ অৰ্থে উদ্যোগী এচাম অবৈতনিক যুবকৰ সহযোগত; সুশিক্ষিত প্ৰশিক্ষণ প্ৰাপ্ত তৰুণ নাট পৰিচালকৰ তত্ত্বাৱধানত 'কহিনুৰ নাট্য প্ৰাৰম্ভ' নামাকৰণেৰে এটি নাট প্ৰদৰ্শনৰ পৰিকল্পনা কৰিছোঁ। আমাৰ উল্লেখিত যুৱক সকল অসমৰ বিভিন্ন প্ৰান্তৰ পৰা অহা নাট্যকৰ্মী। এওঁলোকে প্ৰথম পৰ্যায়ত গুৱাহাটীৰ বিভিন্ন ঠাইত নাট প্ৰদৰ্শন কৰিব। উদাহৰণ স্বৰূপে, আজি যদি গণেশগুৰিত কৰা হয়, কাইলৈ হয়তো ৰাধাগোবিন্দ বৰুৱা পথৰ কাষত, পৰহিলৈ হয়তো জজ 'খেল পথাৰত। এই নাট্য কৰ্মীসকলক যথাসাধ্য মাননি দিয়া হ'ব এইবাবেই যে তেওঁলোকে যেন নাট আৰু অভিনয়ক কেৱল বিলাসৰ বা আমোদৰ আহিলা হিচাপেই গ্ৰহণ নকৰে। প্ৰশিক্ষণ প্ৰাপ্ত পৰিচালকৰ কথা এই বাবেই কোৱা হ'ল যে সুদীৰ্ঘ তিনি বছৰৰ মূৰত দিল্লীৰ 'নেচনেল স্কুল অব ড্ৰামাৰ' পৰা স্নাতক হৈ ওলাই আহি তেওঁ যেন কেতিয়াও ভাবিবলৈ সময় নাপায় যে, তেওঁৰ শিক্ষা অথলে গ'ল। প্ৰস্তাৱিত 'কহিনুৰ নাট্য প্ৰাৰম্ভ'ৰ পৰিচালক হিচাপে আমি বাহাৰুল ইছলামক নিৰ্বাচন কৰিছোঁ।

কেৱল গুৱাহাটীয়েই অসমনে? নিশ্চয় নহয়। অসমৰ বিভিন্ন প্ৰান্তৰ পৰা অহা 'কহিনুৰ নাট্য প্ৰাৰম্ভ'ৰ নাট্যকৰ্মীসকলে নিজ নিজ অঞ্চললৈ ঘূৰি গৈ যাতে তেওঁলোকৰ নিজা নিজা অঞ্চলত এনে সংগঠন গঢ়ি তুলিব পাৰে তাৰ প্ৰতিও উৎসাহিত কৰা হ'ব। আৰু এইটোৱে হ'ব আমাৰ মূল লক্ষ্য। সৰু এটা মঞ্চ, তিনিশমান দৰ্শক বহিব পৰা এটি প্ৰেক্ষাগৃহ লগত লৈ অঞ্চলে অঞ্চলে মাথোন পাঁচ টকা মানকৈ প্ৰতিজন দৰ্শকৰ পৰা অৰিহণা বিচাৰি আমি যি সংগঠনৰ প্ৰস্তুতি চলাইছোঁ, তেনে সংগঠন সেই সকল নাট্য কৰ্মীয়েও কৰিব পাৰিব বুলি আমাৰ দৃঢ় বিশ্বাস।

পুনৰ কওঁ, এটা নাট্য পৰিবেশ সৃষ্টি কৰাৰ প্ৰাৰম্ভ হিচাপে 'কহিনুৰ নাট্য প্ৰাৰম্ভ'। আমাৰ বিশ্বাস আছে যে ৰাইজৰ স্নেহ সহযোগ আমি পাম।

আমাৰ এই প্ৰক্ৰিয়াত প্ৰথম প্ৰদৰ্শিত নাট মহেন্দ্ৰ বৰঠাকুৰৰ 'গুৱাহাটী গুৱাহাটী।' আমাক সহায় কৰিছে নাট্যগোষ্ঠী 'চিগালে'। যোৱা ১৯ ফেব্ৰুৱাৰী, ১৯৯২ তাৰিখে নাটখনে মুক্তি লভিছিল। ●

*(২৫ ফেব্ৰুৱাৰী, ১৯৯২)*

# সাপ মৰা বেজ

নাটক কৰা মানুহ। সেয়ে মাজে মাজে নাট্যকাৰ হ'ববো মন যায়। পিছে লিখাৰ কথা ভাবিলে মূৰ ঘূৰাই যায়। বিভিন্ন গল্পই মূৰৰ ভিতৰত পাকঘূৰণি খাই নাটকৰ ৰূপত ওলাই অহাৰ বাট নেদেখে। আমি নাটক কৰা মানুহৰ বহুতো সমস্যাৰ ভিতৰত নাটকৰ সমস্যাই প্ৰধান। নাটক মানে, তাৰ ভিতৰৰ মূল কাহিনীটো - যত আমোদো থাকে, সামাজিক দায়বদ্ধতাও থাকে। তেনেকুৱা কাহিনী বিচাৰি চাওঁতে হঠাৎ এটি কাহিনী মনৰ মাজলৈ আহিল। নিজে তাক নাট্যৰূপ দিবলৈ গ'লে বিপদ হ'ব দেখি কাহিনীটোকে ব্যক্ত কৰিম বুলি থিৰাং কৰিলো। কোনোবা সদাশয় নাট্যকাৰৰ হাতত পৰি সি যদি নাটক হয় তেনেহ'লে তাৰ নামটো হলে হ'ব লাগিব "সাপ মৰা বেজ।" নামটোৰ ক্ষেত্ৰত এইটো মোৰ বিনম্ৰ দাবী। এতিয়া গল্পটো কওঁ।

অতি পুৰণি কালৰ পৰাই এক ভূখণ্ডত এজাক সহজ সৰল মানুহে শান্তিৰে বাস কৰি আছিল। সেই ভূখণ্ডৰ দাঁতিতে এখন হাবি আছিল। সেই হাবিখন বহুতো মূল্য বান গছ গছনি, সোণৰ কলচী, সোণৰ মূৰ্ত্তি আদিৰে সুশোভিত কেইটামান মন্দিৰ আৰু নানা বনজ সম্পদেৰে ভৰপূৰ আছিল। এই শান্তিপ্ৰিয় মানুহজাকৰ সৰলতাৰ সুযোগ লৈ বাহিৰৰ পৰা অহা এচাম চতুৰ মানুহে সিহঁতক শোষণ কৰি আছিল। ভূখণ্ডৰ মানুহজাকৰ মাজত অৱশ্যে মুষ্টিমেয় এচাম শিক্ষিত বুদ্ধিজীৱী, সমাজসেৱী নেতা আদিও আছিল। শোষণকাৰীসকলক এইচাম লোকে সহায় কৰিছিল। ..... দিন গৈ আছে.....। হঠাৎ তাৰে আন এচাম মানুহে এটি ভয়াবহ কথা আৱিষ্কাৰ কৰিলে। ভূখণ্ডৰ মানুহজাকে এই আৱিষ্কাৰৰ কথা শুনি আতংকিত হৈ পৰিল। নিজৰ বংশধৰসকলৰ অন্ধকাৰ ভৱিষ্যতৰ কথা ভাবি মানুহজাক বলিয়া হোৱাদি হ'ল। আৱিষ্কাৰটোনো কি? পৰিসংখ্যা দি সেইচাম মানুহে আৱিষ্কাৰ কৰিলে যে ওচৰৰ হাবিখনত লাখ লাখ বিষাক্ত সাপ আহি সোমাইছে। ইমান সংখ্যক সাপ। তাৰোপৰি সিহঁতৰ বংশবৃদ্ধিৰ কথা আছেই। গতিকে ভূখণ্ডৰ সকলো জীৱৰ প্ৰতি নামি আহিছে এক ভয়ানক বিপদ। এই ভয়ানক বিপদত কোন পাগল নহৈ পাৰে? পিছে উদ্ধাৰৰ উপায়? মানুহজাকৰ বেছি ভাগৰে দুবেলা দুমুঠি ভাতৰ চিন্তা কৰোঁতেই যায়। সাপ মাৰিবৰ সময় ক'ত? সাপোতো দুই চাৰিডাল নহয় - লাখ লাখ। পিছে আৱিষ্কাৰকসকল বেজ্জাই আগবাঢ়ি আহিল। ভূখণ্ডৰ বৃহত্তৰ স্বাৰ্থত আত্মোৎসৰ্গ কৰিবলৈ প্ৰতিজ্ঞা কৰি

আবিস্কাৰক সকলে প্ৰস্তাৱ দিলে - ৰাইজ সাপ আমি মাৰিম। আপোনালোকে নিজৰ নিজৰ কাম কৰি থাকক। কেতিয়াবা মাজে সময়ে মাথো আমাৰ লগত ওলাব। আপোনালোকৰ ভৱিষ্যতৰ বাবে, এই ভূখণ্ডৰ মঙ্গলৰ বাবে, আমাৰ সকলো বৰ্তমান ত্যাগ কৰি আমি সৰ্প নিধন অভিযানত নামিলো।

অভিযান আৰম্ভ হ'ল। পিছে আবিস্কাৰক সকল অকলে যাবলৈ ভয় খোৱাত নিৰীহ লোকচামে অভিযানটোত অংশ ল'বলৈ বাধ্য হ'ল। অভিযান তুমুল গতিত চলি থাকোঁতে বহুতো নিৰীহলোকৰ হৰণ-ভগনো হ'ল। এটা সময়ত অভিযানটোৱে নতুন মোৰ ল'লে। সাধাৰণ লোকসকলক সৰ্প অভিযানৰ নেতাসকলে ঘৰাঘৰি গৈ নিজৰ নিজৰ কামত মনোযোগ দিবলৈ নিৰ্দেশ দিলে। সাপ নিধনৰ সম্পূৰ্ণ দায়িত্ব তেওঁলোকে বহন কৰিব বুলি প্ৰতিশ্ৰুতি দিলে। সাধাৰণ ৰাইজ ঘৰাঘৰি উভতিল। বহুদিন পাৰ হ'ল। ইতিমধ্যে সাপ কিদৰে নিধন কৰা যাব সেই লৈ দলটোৰ মাজত মত বিৰোধ হ'ল। এচামে ক'লে, সাপৰ খাদ্যবোৰ ধ্বংস কৰি সিহঁতক অনাহাৰে মাৰিব লাগে। আনটো চামে ক'লে, নহয়, সিঁহতক মুখামুখিকৈ আক্ৰমণ কৰি মাৰিব লাগে। দৰকাৰ হ'লে আক্ৰমণৰ কৌশল আহৰণ কৰিবলৈ বিদেশলৈ প্ৰশিক্ষণ ল'বলৈ যাব। কথামতে কাম - সেই চামটো প্ৰশিক্ষণ ল'বলৈ ক'ৰবালৈ গুচি গ'ল। দিন গৈ আছে......। এটা সময়ত নিজৰ কামলৈ ঘূৰি অহা ভূখণ্ডৰ লোকসকলে এওঁলোকেনো সাপ মাৰিলেনে নাই বুলি ভালকৈ খা-খবৰ লৈ জানিব পাৰিলে যে, ইতিমধ্যে হাবিখনৰ মূল্যবান বস্তুবোৰ দেখোন উধাও। মন্দিৰৰ সোণৰ মূৰ্ত্তি, কলচী, মূল্যবান গছ, আন আন বনজ সম্পদবোৰৰ লেখমানো তাত নাই। অকনমান আগবাঢ়ি গৈ সিহঁতে দেখিলে হাবিৰ এটা প্ৰান্তত সুন্দৰ সুন্দৰ ঘৰ কিছুমান সজা আছে। 'কিহৰনো ঘৰ এইবোৰ' বুলি ডিঙি মেলি জুমি চাই দেখিলে সাপ আবিস্কাৰকৰ এটা দলে - যিটো দলে সাপৰ আহাৰ ধ্বংস কৰি সিঁহতক অনাহাৰে মাৰিব লাগে বুলি মত প্ৰকাশ কৰিছিল - সেই সুন্দৰ সুন্দৰ ঘৰবোৰৰ ভিতৰত বহি, শুই, টোপনি গৈ, খাই-বৈ জিৰণি লৈছে। আচৰিত হৈ প্ৰশ্ন কৰাত সিঁহতে ক'লে বোলে সিঁহত তাত এনেয়ে বহি থকা নাই। সাপ কেনেকৈ মাৰিব সেই বিষয়েহে গৱেষণা কৰি আছে।.......... ইয়াতেই মোৰ কলম থমকি ৰ'ল। চিন্তাত খেলি-মেলি লাগিল। পিছে যিকোনো কাহিনীৰে এটি পৰিণতি থাকে। এই কাহিনীটোৰো থকা উচিত। পিছে মোৰ কলম আৰু আগবাঢ়িব নোখোজে। গতিকে হে সহৃদয় নাট্যপ্ৰেমী পাঠকবৃন্দ, কাহিনীটোৰ এটি পৰিসমাপ্তি ঠিক কৰাৰ দায়িত্ব আপোনালোকৰ ওপৰতেই দিলো।

*(২৯ ফেব্ৰুৱাৰী, ১৯৯২)*

# অসংযত জিভা

আমি সাধাৰণতে দৈনন্দিন জীৱনত এনে কিছুমান কাম কৰো বা কিছুমান কথা কওঁ, যাৰ মূল্য বা গুৰুত্ব নেথাকে বা দিয়া নহয়। কিন্তু আমাৰ মাজত কোনোবা 'মই' যেতিয়া জনসভাত ভাষণ দিওঁ বা জনসাধাৰণৰ বাবে কিবা লিখো, তেতিয়া অতি সাৱধান হোৱা দৰকাৰ। যি কথা ভালদৰে নাজানো বা যি কথাই বহুতক আঘাত দিয়ে তেনে কথা কোৱা বা লিখা অনুচিত বুলিয়ে ভাবো। বিশেষকৈ সেই 'মই' জন যদি বিশেষ ব্যক্তি হয় - আৰু দিগদাৰ হয়। 'আজিৰ বাতৰি' কাকতৰ ২৫/২/৯২ ইং তাৰিখৰ সংখ্যাত ৩ নং পৃষ্ঠাৰ 'সিংহ আৰু শইকীয়া অসমৰ সুশাসক' বুলি লিখা বাতৰিটোৰ ভিতৰলৈ সোমাই হতভম্ব হ'লো। বেয়াও লাগিল। মোৰ সহপাঠী বন্ধুবৰ 'দি নৰ্থ ইষ্ট টাইমছ'ৰ সম্পাদক ডঃ ক্ষীৰেণ ৰয়ে চিলাৰায় দিবসত দিয়া 'ৰাজবংশী আৰু আহোম সম্প্ৰদায়েহে তাহানিৰ পৰাই অসমক প্ৰকৃত নেতৃত্ব দি আহিছে' বুলি কোৱা উক্তিটোৱে মোক চিন্তাত পেলাইছে। মই বুৰঞ্জী ভালদৰে নেজানো। ৰাজবংশী, আহোম বা আন যিকোনো সম্প্ৰদায়ৰ বিভিন্ন সময়ৰ নেতৃত্ব/ কাম অস্বীকাৰ নকৰো। তথাপি খেলি-মেলি লাগিল 'সুশাসন', 'সম্প্ৰদায়', আৰু 'প্ৰকৃত' এই তিনিটা শব্দৰ প্ৰয়োগত।'তাহানি' শব্দটোৰো আকৌ কোনো সীমাৰেখা নাই। আমি জনাত ১৩ শতিকালৈকে অসমৰ নাম কামৰূপ আছিল। প্ৰথমে দানৱসকলে ৰাজত্ব কৰিছিল। খুব সম্ভৱ প্ৰাগ্‌জ্যোতিষপুৰত মহীৰংগ দানৱে প্ৰথম ৰাজত্ব কৰিছিল। শোণিতপুৰত বাণ। সৌমাৰপীঠত ভীষ্মক আৰু ক্ৰমে তেখেতসৱৰ বংশধৰসকলে মাজে মাজে ব্যতিক্ৰম হৈছিল। ৪ৰ্থ শতিকাত বৰ্মনসকলে। মুঠতে ১৩ শতিকাত টাই জাতিৰ লোকসকলে অহালৈকে কামৰূপ ভূখণ্ডত বিভিন্ন ঠাইত বড়ো, কছাৰী, গাৰো, চুতীয়া, মৰাণ, মেচ, কাৰ্বি, লালুং, মিচিং, মটক, নগা আদি জনগোষ্ঠীৰ প্ৰভাৱশালী ব্যক্তিয়ে শাসন বা ৰাজত্ব কৰিছিল। বিভিন্ন সময়ত বিভিন্ন কালত উত্তৰ ভাৰতৰ আৰ্যসকলৰ কিছুমানে আহি ব্ৰহ্মপুত্ৰ উপত্যকাত বাস কৰিবলৈ লৈছিল। টাই

জাতিৰ মানুহখিনি অহাৰ পিছত ব্ৰহ্মপুত্ৰৰ বহুত পানী বাগৰি গ'ল আৰু কালক্ৰমত কামৰূপ অসম হ'ল। আৰু এনেকৈয়ে নানা জাতি, উপজাতি মিলি এখন সুন্দৰ ফুলনিৰ দৰে বৃহত্তৰ অসমীয়া জাতিৰ সভ্যতা, কৃষ্টি-সংস্কৃতিয়ে ৰূপ ল'লে। আমি জীণ গ'লো। ভাব হয় ১৩শতিকাৰ আগচোৰাত এই ভূখণ্ডত 'সু-শাসন' নাছিল নেকি?

আধুনিক যুগত অৰ্থাৎ যি সময়ত ভাৰত স্বাধীন হ'ল, ঠিক সেই সময়ত অসমক পূৱ পাকিস্তানৰ লগত সামৰাৰ এটা ষড়যন্ত্ৰ চলিছিল। আৰু তেতিয়াই গোপীনাথ বৰদলৈয়ে নেতৃত্ব লৈ অসমক সেই চক্ৰান্তৰ পৰা ৰক্ষা কৰিছিল। তাৰ পিছত বিষ্ণুৰাম মেধি, বিমলা প্ৰসাদ চলিহা, মহেন্দ্ৰ মোহন চৌধুৰীৰ দিনত কি অসমত 'কুশাসন' চলিছিল? মেধি আৰু চৌধুৰীয়ে ৰাজ্যপাল হৈ তামিলনাডু আৰু পঞ্জাবৰ লগত অসমৰ যি সাকোঁ তৈয়াৰ কৰি গ'ল - ক'তা অসমলৈতো বহুত প্ৰদেশৰ বহুত ৰাজ্যপাল আহিছিল, কোনোবাই তেনে সম্পৰ্ক গঢ়িব পাৰিছিলনে? তাৰোপৰি ভাৰতৰ স্বাধীনতা আন্দোলনৰ সময়ত শ্বহীদ হোৱাসকল?

ঘনশ্যাম বৰুৱা, চাদুল্লা, প্ৰমোদ চন্দ্ৰ দত্ত, কনকলাল বৰুৱা, কৰ্মবীৰ নবীন চন্দ্ৰ বৰদলৈ, তৰুণৰাম ফুকন, অমিয় কুমাৰ দাস, চন্দ্ৰপ্ৰভা শইকীয়ানী, দুৰ্গাপ্ৰভা বৰা, সিদ্ধিনাথ শৰ্মা, মহেন্দ্ৰ হাজৰিকা, শংকৰ বৰুৱা আদি? এই গ'ল ৰাজনৈতিক নেতৃত্বৰ কথা। কিন্তু জাতি এটাৰ প্ৰকৃত নেতৃত্বত অকল ৰাজনীতি কৰা মানুহখিনিয়েই আহিবনে? সাহিত্য সংস্কৃতি কৰা মানুহখিনি? শংকৰদেৱ - মাধৱদেৱ? জোনাকী যুগ, অসমীয়া ভাষাৰ উন্নতি সাধিনীৰ লগত জড়িত নমস্য অসমীয়াৰ গৌৰৱৰ ব্যক্তিসকল? কৃষ্ণকান্ত সন্দিকৈ, ৰজনীকান্ত বৰদলৈ, জ্যোতি প্ৰসাদ, বিষ্ণুৰাভা এওঁলোকে জানো অসমীয়া জাতিক বিভিন্ন দিশত নেতৃত্ব দিব পৰা নাছিল? নে 'প্ৰকৃত' নহয়?

সময়ৰ কথা সময়ে ইতিহাস হৈ ক'ব। ইতিহাস মচিব নেপায় - নহয়, কোনেও মচিব নোৱাৰে। বৰ্তমান আমি গোটেই অসমীয়া জাতিয়ে যি এক সন্ধিক্ষণত থিয় হৈছো, এই সময়ত আহোম, কোঁচ বা তেনে শব্দৰ প্ৰয়োগ বৃহত্তৰ স্বাৰ্থত নকৰাই ভাল। আমাৰ সামন্তবাদী জিভা কলমবোৰ সংযত কৰাৰ সময় কেতিয়াবাই উকলিল। এইসকলোবোৰ লিখাৰ অৰ্থ এই নহয় যে মই বৰ সংযত। যি হোৱা উচিত সেইটোহে অনুভৱ কৰিছো। ভবিষ্যতে যাতে দ্বিতীয় ভুল নকৰো। কোনোবা মহাপুৰুষে কোৱা মনত পৰে, বাৰে বাৰে একেটা ভুল কৰাজন হয় মুৰ্খ নহয় পাগল। ঈশ্বৰে আমাৰ তেনে দশা নকৰক। ●

(১৪ মাৰ্চ, ১৯৯২)

# মামৰে ধৰা হাত



দু দিনমানৰ আগৰ কথা। বিশেষ এটি কামত আগৰে চিনাকি এগৰাকী আয়ুক্তৰ ঘৰলৈ গৈছিলোঁ। ঘৰৰ কামকৰা ল'ৰাজনে মোক চিনি পাই ক'লে, 'ছাৰ ঘৰত নাই। বাইদেউ আছে তাঁতশালত।' তাঁতশাল। হৰি হৰি এই পঞ্চাশ বছৰ বয়সত বাইদেউক কিহে পাইছে। বয়সতো বয়সেই, তাৰোপৰি তেওঁ এগৰাকী উচ্চ বিষয়াৰ পত্নী। তাঁতশালত কিয়?

ঘৰৰ পিছফালে ল'ৰাজনৰ লগত আগুৱাই গৈ দেখো, সচাঁকৈ বাইদেৱে একান্তমনে তাঁতশালত ফুল বাছি আছে। কেই মুহূৰ্ত্তমান চাই ৰ'লো। সৰুতে স্কুলৰ পৰা আহি তাঁতশালত ব্যস্ত থকা মোৰ আইৰ মুখখন ভাঁহি উঠিল। ...... আবেগিক হ'লো। খং উঠিল, মোৰ শ্ৰীমতীয়ে মই থিয়েটাৰ কৰি ঘূৰি ফুৰোতে বহুতৰ মৰমৰ উপহাৰ হিচাপে পোৱা গামোচাবোৰকে ৰঙালী বিহুৰ সময়ত মোক আৰু ল'ৰা-ছোৱালী কেইটাক বিহুৱান হিছাপে দি গৰ্ব কৰা মুহূৰ্তটোলৈ মনত পৰি। বাইদেউৱে এটা মুহৰ্তত মোৰ অস্তিত্ব অনুভৱ কৰি তাঁতৰ পাটৰ পৰা উঠি আহিল। বহু কথা পাতিলো। তাৰ মাজতে নিজেই পালেং, মিথিৰ পাত মিহলি 'খলা চাপৰি' (ভাপত দিয়া) পিঠা বনাই তাৰে চাহ দিলে। দক্ষিণ ভাৰতৰ দচা খনতকৈও তৃপ্তিৰে খালো। বাইদেউৰ কৰ্মপটুতাত আশ্চৰ্য প্ৰকাশ কৰাত তেখেতে ক'লে, 'আজিকালি কেইটিমান কথা বৰ সহজভাবে মানুহবোৰে উচ্চাৰণ কৰে। সাধাৰণতে শব্দবোৰ এনেকুৱা - অধিকাৰ, স্বাধীনতা, প্ৰাপ্য, আত্মনিয়ন্ত্ৰণ, নিষ্পেষিত, দলিত আৰু বহুত কিবাকিবি.....। আৰু সেই শব্দবোৰৰ আগত 'জাতি' বা 'অসম' শব্দটো থাকে। এটা কথা কিন্তু কমেহে উচ্চৰণ কৰে - 'কৰ্তব্য'।' কৰ্তব্যবোধসম্পন্ন বাইদেউ গৰাকীয়ে আৰু বহুত কথা ক'লে। 'কৰ্তব্য' প্ৰসংগতে মোৰ দুগৰাকী মানুহলৈ মনত পৰিল। এগৰাকী ভাৰতীয়, আন গৰাকী আমেৰিকান। জয় প্ৰকাশ আৰু জন এফ্ কেনেডী। জয় প্ৰকাশে কৈছিল 'To day's people are very concious about their rights. But not about their duties.'

নিশ্চয় ভাৰতীয়ৰ কথাই কৈছিল।

আৰু কেনেডীয়ে কৈছিল - Ask not what country can do for you. Ask what you can do for country.

বৰ বেয়া কথা কৈছিল ঃ দায়িত্ব ? কৰ্তব্য ?........

বাইদেউৱে আৰু বহুত কথা ক'লে। শেষত ক'লে - "ৰতন, মই মোৰ এই হাত দুখনত মামৰে ধৰিবলৈ নিদিওঁ।"

আনন্দত চকুপানী ওলাব খুজিছিল। শ্ৰম মৰ্যাদাৰ কি সুন্দৰ উদাহৰণ। বহুদিনলৈ অৰ্থাৎ এই মুহূৰ্তলৈ মোক অনবৰত "মামৰে ধৰা হাত" এই শব্দ কিটাই আমনি কৰি আছে। এই আমনিৰ ফলশ্ৰুতি হিছাপে মই এটা সিদ্ধান্তত উপনীত হৈছো যে অসমত কোনো নিবনুৱা সমস্যা থাকিব নালাগে। অৱশ্যে কৰ্ম আৰু অৰ্থ - এই দুয়োটাৰ লক্ষ্য যদি চাকৰিয়েই হয়, তেতিয়া হ'লে বেলেগ কথা। চাকৰিৰে কোনো চৰকাৰে নিবনুৱা সমস্যা সমাধান কৰিব নোৱাৰে।

হঠাৎ শ্ৰীৰামপুৰলৈ মনত পৰিল। সেইখন গেটেৰে অসমলৈ অবিৰতভাৱে হোৱা প্ৰব্ৰজনৰ দৃশ্যৱাজি চকুৰ আগত ভাঁহি উঠিল। ডঃ ভবেন্দ্ৰ নাথ শইকীয়াৰ 'প্ৰহৰী' গল্পটোত দুৰ্গৰ অংক দেখি মাষ্টৰৰ চকু থৰ হোৱাৰ দৰে অৱস্থা মোৰো হ'ল। জোৰকৈ প্ৰকৃতিস্থ হৈ ভাবিলো, অসমত যদি কৰ্মসংস্থাপন নাই তেনেহ'লে শ্ৰীৰামপুৰ গেটেৰে ৰেলত উঠি হেজাৰ হেজাৰ বাহিৰা মানুহ কিয় অসমলৈ আহি আছে? মৰিবলৈ? নিশ্চয় নহয়। আমাৰ কৰ্ম বিমুখিতাৰ সুযোগ লৈ তেওঁলোকে ইয়ালৈ আহি আছে বাচিবলৈ। আমি কাম কৰিব নোখোজো। আমি নিজক ফাঁকি দিওঁ। নিজক ফাঁকি দিয়া ব্যক্তি বা জাতি কেতিয়াও বাচিব নোৱাৰে। কেৱল লাগে লাগে বুলি চিঞৰি থাকিলে কোনে দিব? যি কৰ্তব্য বিমুখ, কৰ্মবিমুখ সংস্কৃতি আজি অসমীয়াৰ মাজত প্ৰবলতৰ হৈ উঠিছে - সিয়ে দিনে দিনে যে অন্ধকাৰৰ অতল তলীলৈ আমাক লৈ গৈ আছে আমি গমকে পোৱা নাই। আজি বহুতকেই নিবনুৱা বুলি গৌৰৱবোধ কৰা দেখা যায়। 'বনুৱা'ৰ আগত 'নি' লগাই নঞৰ্থক অৰ্থ কৰা হৈছে। আচল শব্দটো হ'ল 'বনুৱা'। কাম কৰোতা। কাম কৰিবৰ বাবে শ্ৰমৰ প্ৰয়োজন। এই শ্ৰমৰ মৰ্যাদাৰ কি মাদকতা বেছিভাগ অসমীয়া ডেকাই বুজি নেপায় বা উপলব্ধি নকৰে। কাম কৰিবলৈ লাজ কৰে। এদিনতে ধনী হোৱাৰ স্বপ্ন দেখে। সহজ লভ্য ধনৰ প্ৰতি আগ্ৰহ বেছি- লাগিলে সি অন্যায় ভাৱেই হওঁক। কেতিয়াবা অৱশ্যে তেওঁলোকৰ বহুতৰ মাজত আদৰ্শবাদ আৰু সচেতনতাৰ ঢৌ উঠা দেখা যায়। কিন্তু এটা সময়ত ধন-টকা-পইচাৰ সহজ মোহতপৰি তেওঁলোকৰ আদৰ্শবাদ, সচেতনতাৰ বিলুপ্তি ঘটে। ই এটা মাৰাত্মক সামাজিক ব্যাধি। মই নিশ্চিত, প্ৰতিজন অসমীয়া ডেকাৰ বুদ্ধি, মগজু একেবাৰে অভাৱ নাই। কেৱল লাজ আৰু মিছা আভিজাত্যই তেওঁলোকক কৰ্ম বিমুখ কৰিছে। আজি এজন অসমীয়া ডেকাই এটা সৰু চাকৰিৰ বাবে দহ / বিশ হেজাৰ টকা আৰু চাকৰি লৈ লাখলৈকে ঘোচ দিবলৈ কুণ্ঠাবোধ নকৰে। অথচ পৰিকল্পিতভাৱে সেইখিনি টকাৰে যদি যি কোনো কাম এটি কৰে, সিয়ে হয়তো দহ বছৰৰ মূৰত কেবালাখ টকাও হ'বগৈ পাৰে। তেনেদৰে হয়তো আজিৰ সমাজখনত ঘোচ-সংস্কৃতিৰ যি অনৈতিক প্ৰক্ৰিয়া চলি আছে, সিও অদূৰ ভৱিষ্যতে বন্ধ হৈ যাব পাৰে।

সেয়ে আমি যি অসমেই নগঢ়ো কিয় - প্ৰথমে আমি শিক্ষা আৰু কৰ্মক অগ্ৰাধিকাৰ দিবই লাগিব। আমাক কৰ্মবিপ্লৱ লাগিবই। উপযুক্তকৈ গঢ়িবলৈ শিক্ষা লাগিবই, পিছে তেনে এটা নতুন বিপ্লৱ ডেকা চামৰ মাজত পৰিলক্ষিত হ'ব কেতিয়া? কেতিয়া? ●

(২৮ মাৰ্চ, ১৯৯২)

# পুৰুষোত্তম

ছোৱালীজনীৰ কান্ধত ভৰ দি কষ্টেৰে যোৱা বুঢ়া মানুহজনৰ পিছে পিছে মই গৈ আছো। সাংস্কৃতিক মন্ত্ৰী আৰু বহুতক লগ ধৰি জনতা ভৱনৰ পৰা ওলাই আহিছে। সকলোৰে হেনো একেটাই উত্তৰ দিলে - 'হেৰি আমাৰ এতিয়া সময় নাই। কি কৰি আছো জানে? বিধান সভা চলিছে। আমি এতিয়া অসমৰ ভাগ্য বিধাতা। তাৰে হিচাপ-নিকাচ কৰি আছো। যাওঁক'।

তাৰ পিছত বুঢ়াই আৰু কষ্ট কৰি ছোৱালীজনীৰ কান্ধত ভৰ দি 'কলমেৰে খুছি অসমক উন্নতি পথত উঠাব খোজা বিলাকৰ' ওচৰলৈ গ'ল - একেই উত্তৰঃ 'আপুনি কি কৰিছিল, সেইটো এতিয়া প্ৰশ্ন নহয়। আমি কি কৰি আছো, জানে? আমি বিশ্বৰ মানৱ জাতিৰ কাৰণে চিন্তা কৰিছো। তাৰোপৰি স্বাধীনতা বিচাৰি সংগ্ৰাম কৰা সকলৰ লগত চৰকাৰে আলোচনা কৰিব ওলাইছে। সেয়ে অতি সাৱধানে লিখিব লাগিব যাতে আমাৰ লিখা বেছিকৈ বিক্ৰী হয়, বুজিছে। যাওঁক সময় পালে কিবা এটা লিখিম। বেয়া নাপাব।' তাৰ পিছত বুঢ়া আৰু ছোৱালীজনীয়ে অতি কষ্টেৰে বিভিন্ন সংগঠনৰ কৰ্মকৰ্তাৰ ওচৰলৈ গ'ল। তেখেতসকলৰ পৰাও একেই উত্তৰ পালে, - 'আপুনি এজন বুঢ়া মানুহ। কেইদিন থাকিব। এইচব চিন্তা কৰিবৰ সময় নাই। নিৰ্বাচন আহিছে। জিকিলে ভাল! যদি আমাৰ পাৰ্টি হাৰে আৰু বহুত পৰিকল্পনা আছে।

ঠিক কৈছে! আপুনি এতিয়া যাওঁক। শুনক, আপোনাক এতিয়া আমি একো সহায় কৰিব নোৱাৰো। এটা কথা দিব পাৰো, আপোনাৰ মৃত্যুৰ পিছত আমি এটা বেদী সজাই দিম।

তাৰ পিছত বুঢ়াৰ পিছে পিছে গৈ মই যি দেখিলো, যি শুনিলো মোৰ বুকু কঁপি গ'ল। গুৱাহাটীৰ বিলতলী এখন। বেলিৰ পোহৰত দেখিলো শ শ মানুহে গামোচাৰে চিপজৰী লৈছে। পিন্ধনত চুৰীয়া আৰু পাটৰ পাঞ্জাবী। দূৰৰ পৰা এটা বিকৃত বিশ্ৰী মাতেৰে কোনোবাই চিঞৰি গাইছে -

'শ্ৰীময়ী অসমীৰ
শীতল বুকুত উঠে
উৎসৱৰ মধু আলোড়ন -'

ভয়ে ভয়ে মই আত্মহত্যাকাৰী বিলাকৰ ওচৰলৈ গৈ দেখিলো, বহুতকে মই চিনি পাওঁ। কিন্তু সেইবোৰ মানুহক মই আগতে কোনোদিন সেই পোছাকত দেখা নাছিলো। হঠাৎ এজনী ছোৱালীৰ আৰ্তনাদ শুনি ঘূৰি চাই দেখো, বুঢ়াই ভাৰসাম্য ৰক্ষা কৰিব নোৱাৰি ছোৱালীজনীৰ সৈতে পৰিব খুজিছে। মই দৌৰি গৈ সাৱটি ধৰিলো।

- দেউতা।

সাৰ পাই অনুভৱ কৰিলো, মোৰ কাষত শুই থকা সন্তানটোক মই জোৰকৈ সাৱটি ধৰিছো। তাক শুই থাকিবলৈ ক'লো।

যোৱা কালি পুৰুষোত্তম দাসৰ ঘৰলৈ গৈছিলো। তাৰে প্ৰতিক্ৰিয়া বোধহয়। কি অকৃতজ্ঞ আমি। তেখেতৰ জীৱনৰ সকলো প্ৰতিভা, সকলো সৃষ্টি কাঢ়ি লৈ পথলৈ ঠেলি দিছো। ভাড়া ঘৰত একমাত্ৰ সন্তান ছোৱালীজনীৰ আলপৈচানেৰে তিলে তিলে মৃত্যুৰ ক্ষণ গণিছে। অম্বিকাগিৰী নগৰত বহু বছৰ আগতে ঘৰ সাজিবৰ চেষ্টা কৰি সমাপ্ত কৰিব নোৱাৰা অভিভাৱক। অসমীয়াত দ্বিতীয়টো জাতীয় সংগীত লিখা মানুহজনক পাহৰি গৈছো। ভাৰতবৰ্ষৰ বিৰাশীটা আকাশবাণীৰ কেন্দ্ৰৰ ভিতৰত সংগীতালেখ্য প্ৰতিযোগিতাত এসময়ত শ্ৰেষ্ঠ পুৰস্কাৰ লাভ কৰা পুৰুষোত্তম দাসক পাহৰি গৈছো। আমি পাহৰি গৈছো, স্বাধীনতা পোৱাৰ আগতে কলিকতা আকাশবাণীৰ ৩০ মিনিট সময় অসমীয়া অনুষ্ঠান পৰিচালনা কৰা ব্যক্তিদ্বয় স্বৰ্গীয় কমল নাৰায়ণ চৌধুৰী আৰু স্বৰ্গীয় পুৰুষোত্তম দাসক। মনত পৰেনে আমাৰ দৰে অকৃতজ্ঞবোৰৰ এই গানবোৰ -

"কাৰেঙৰ পদূলিত বকুল দালত পৰি
বিনায় বনৰে পখি।"

"ৰাতি পুৱাইলোৰে কুৰুৱাই পাৰে ৰাও,
বালিতে বাগৰি কান্দে দুটি বাঘৰ চাওঁ।।"

মনত পৰেনে -

"জোন বাইৰ দেশতে
সাজিম গাওঁ এখনি
তৰাৰে ঝলাম চাকি।"

যিজন মানুহে আজীৱন কেৱল জাতীয় সংগীতৰ বাবে জীৱন উচৰ্গা কৰিলে, যিজন মানুহে আধুনিক অসমীয়া গীতৰ ভেটি তৈয়াৰ কৰিলে, যিজন

কামৰূপীয় লোকগীত প্ৰচাৰৰ বাটকটীয়া সিজন বহুত গায়ক গীতিকাৰৰ সৃষ্টি কৰ্তা। যিজনে জোনবাইত মানুহে খোজ দিয়াৰ বহু আগতে জোন বাইৰ দেশত এখন গাওঁ সজাৰ সপোন দেখিছিল। যাৰ সন্তান আজি ২ কোটি, ২৪ লাখ। কিন্তু আজি এজনো তেখেতৰ কাষত নাই; সেই মানুহজন কিমান মূৰ্খ, মই অনুভৱ কৰিছো। কিয় তেখেতে ঘোঁচ নাখালে? কিয় গীত চুৰ নকৰিলে? কিয় ফাঁকি নিদিলে? কিয় কেৱল অসমীয়া সংগীত সৃষ্টিৰ সাধনাত জীৱনৰ ৰঙালী বসন্তবোৰ পাৰ কৰি দিলে? কিয় ৰঙালী বিহুৰ সেই মধুৰ জাতীয় সংগীত ৰচনা কৰিলে? কিয় টুকুৰা টুকুৰাকৈ অভিজ্ঞতাৰ উপলব্ধিবোৰ লিখি অসমীয়া সাহিত্যৰ ভৰালত অমূল্য মণি ভৰাই থ'লে?

আপুনি ষ্টাফ আৰ্টিষ্ট আছিল বাবে চৰকাৰে চাকৰি জোখা মিটাৰ ডালেৰে আপোনাৰ মূল্যাংকণ কৰি আপোনাক পেঞ্চন নিদিলে। আপুনি সৃষ্টিশীল শিল্পী, গতিকে অসম চৰকাৰে সাহিত্যিকলৈ তলৰ - ৫০০ টকাকৈ শিল্পী পেঞ্চন দিলে, - দৰিদ্ৰতাৰ হেঁচাত আপুনি যাতে আৰু কোনো দিন সৃষ্টি কৰিব নোৱাৰে। যাতে আপুনি কোনোদিনে চিঞৰিব নোৱাৰে। আপোনাক জীয়াই ৰাখিও হত্যা কৰা হ'ল।

আৰু - আৰু সঙ্গীত নাটক অকাডমী বঁটা, শংকৰদেৱ বঁটা, সেইবোৰ আপুনি পাব নোৱাৰে। আপুনি কৃতিমান নহয়। কাৰণ আপুনি সংগীতৰ বাটকটীয়া, আপোনাৰ পোৱাৰ যোগ্যতা নাই। আপুনি মুকলি কৰা বাটেৰে খোজ কঢ়াবোৰৰ বাবেহে সেই বঁটা।

এতিয়াও সময় আছে, যদি সঁচাকৈ আপোনালোকে সংস্কৃতিবান অসমীয়া বুলি গৰ্ব কৰে, অলপ চিন্তা কৰক। অলপ ভাবক। পুৰুষোত্তম দাস তথা তেখেতৰ দৰে মানুহবোৰক সন্মান সহকাৰে জীয়াই ৰখাৰ চেষ্টা কৰক - নহ'লে দ্বিতীয়জন পুৰুষোত্তম দাস আৰু নোলাব। লোকে হাঁহিব। তেখেত বেছি দূৰত নাই। আমাৰ সংস্কৃতিৰ ৰাজধানী গুৱাহাটীৰ শিলপুখুৰীৰে কাষত নৱগ্ৰহৰ পৰা কেইখোজ মান আগুৱাই গ'লেই - পুৰুষোত্তম দাসৰ ভাড়া ঘৰ। ●

*(পুৰুষোত্তম দাস আজি আৰু নাই। আমি, অসমীয়া জাতিয়ে তেওঁক সময়তকৈ আগতে মৰিব লগীয়া কৰিলো। এই লেখাটি প্ৰকাশ হোৱাৰ দুটা বছৰ হওঁ নহওঁতেই তেখেত গ'লগৈ। নিজৰ মাটিত-সজা ঘৰটোতে সোমাবলৈ নাপালে। শ্মশানলৈ নিয়াৰ আগতে শটো মাথোন অনা হৈছিল তেওঁৰ জীৱন কালত সোমাবলৈ নোপোৱা অসম্পূৰ্ণ ঘৰটোলৈ।)* ●

# ঐ নিলাজ ভূপেন হাজৰিকা

# ..........কি পালিহে !



*ঐ নিলাজ ভূপেন হাজৰিকা*

*............. কি পালি হে!*

বেলগছ আৰু তুলসী গছতো কুকুৰে প্ৰস্ৰাৱ কৰে। সেইটো এটা সাধাৰণ ঘটনা। সদায় ঘটি থকা ঘটনা। কিন্তু সেই সাধাৰণ ঘটনাটোও কেতিয়াবা অসাধাৰণ হয় - কেনেকৈ? বেলপাত আৰু তুলসীৰ পাত যদি মন্দিৰত পূজাৰ কাৰণে আনি থোৱা হয় আৰু তাত যদি কুকুৰে সেই কামটো কৰে ঘটনা

সাংঘাটিক; অমংগল সূচায়। গিৰিহঁতৰ লগতে পূজাৰীবো মুখৰ মাত হেৰায়। আমি মূৰ্খ অজলা অসমীয়াই তিনিটা বস্তুলৈ বৰ গৰ্বেৰে, আনন্দেৰে সদায় লক্ষ্য কৰি আহিছিলোঁ। অৱশ্যে আজি কেইবছৰমানৰ পৰা সেই গৰ্ব আৰু আনন্দ ভয় আৰু কৰুণ ৰসত পৰিণত হৈছে। কি সেই বস্তুকেইটা? বিশ্বৰ- বিদ্যাৰ- আলয়। তাৰে এখন আলয় হ'ল - গুৱাহাটী বিশ্ববিদ্যালয়। গোপীনাথ বৰদলৈ, বিৰিঞ্চি কুমাৰ বৰুৱা, কৃষ্ণকান্ত সন্দিকৈ, মাধৱ বেজবৰুৱা প্ৰমুখ্যে মহান অসমী আইৰ সন্তানসকলে অসমীয়াৰ প্ৰথম উচ্চশিক্ষাৰ জ্ঞানৰ মন্দিৰটো সজাইছিল।

হঠাৎ গুৱাহাটীস্থ বঙালী বন্ধু এজনে মোক এটা কথা সুধিলে, গুৱাহাটী বিশ্ববিদ্যালয়ত ৭ মাৰ্চত ভূপেন হাজৰিকাক কোনোবাই অপমান কৰিছে সাংস্কৃতিক সন্ধিয়াৰ পিছত ভাত খাবলৈ মাতি নিয়াৰ সময়ত। ভূপেনদা হেনো গুছি আহিছিল পাৰিশ্ৰমিকৰ ধনো ননাকৈ। পিছদিনাখন এজন কৰ্মকৰ্তাই গৈ পাৰিশ্ৰমিক দি আহিছে? এই খবৰটোৰ সত্যাসত্যৰ কথা মোক সোধোতে তেখেতৰ ভূপেনদাৰ প্ৰতি থকা শ্ৰদ্ধাৰে মোক যি ক'লে - "তেখেতটো এতিয়া আপোনালোকৰ ভূপেন হাজৰিকা নহয়। বংগৰো নহয়। ভাৰতৰো নহয়। তেখেত বিশ্বৰ। আপোনালোকে তেখেতক সন্মান নিদিব পাৰে কিন্তু অপমান কৰিব কিয়?" অসমীয়া শিল্পী এজনক কোনোবাই অপমান কৰাত বঙালী মানুহ এজনৰ ক্ষোভে মোক হতভম্ব কৰিছিল। তেখেতৰ প্ৰতিটো কথাই মোৰ গালত চৰ মৰা যেন লাগিছিল। মোৰ থিয়েটাৰ ছয়গাঁৱত আছিল। তালৈ যাওঁতে বিশ্ববিদ্যালয়ত সোমালো। সেইদিনা বিশ্ববিদ্যালয়ৰ ছাত্ৰ সভাৰ নিৰ্বাচনৰ ভোট গণনা হৈ আছিল। মই কেবাজনো ছাত্ৰৰ লগত আলোচনা কৰিলো। সকলোৰে কথাটো সঁচা বুলি ক'লে। যাৰ প্ৰতিক্ৰিয়া বিশ্ববিদ্যালয়ৰ নিৰ্বাচনতো পৰিছে। কিন্তু ২২ মাৰ্চৰ "আজিৰ বাতৰি"ত নৃপেন কুমাৰ দাস আৰু পৰেশ কলিতাৰ সম্পাদকলৈ লিখা চিঠিখন আৰু তাৰ পাছতে কাকতখনে লিখা কথাখিনি পঢ়ি বুজিবলৈ বাকী নেথাকিল। পিছত মই দুই এখন বাতৰি কাকতৰ সম্পাদকক কৈছিলো, "এনেকুৱা এটা ঘটনা আপোনালোকে গুৰুত্ব দিয়া নাই কিয়? নে গুৰুত্ব দিব লগা কথা নহয়?"

তেখেত সকলে ক'লে - "সকলো জানো। কিন্তু এইবোৰ লিখি নিজকে নাঙঠ কৰি আৰু দেখুৱাবলৈ দুখ লাগে।"

হয়তো সকলোৰে সহজলভ্য হোৱা বাবেই ভূপেনদাৰ এই দশা হ'ল। ঘৰৰ মানুহখিনিক বেছি ওচৰ চপাই লোৱাৰ মানসিকতাৰ বাবেই হয়তো তেখেত এই মৰ্মান্তিক ঘটনাত লাজ, ক্ষোভ, দুখ, অভিমানত নিৰ্বাক হৈ নীৰৱে তাৰ পৰা আঁতৰি আহিল।

ড° ভূপেন হাজৰিকা - সুৰকাৰ, গীতিকাৰ, কণ্ঠশোণিত নিগৰাই গাব পৰা গায়ক। অসম, ভাৰত, বিশ্বৰ প্ৰতিটো মানৱীয় মূল্যবোধ থকা ঘটনাক কেন্দ্ৰ কৰি ৰচা প্ৰায় ৩০০ বো ওপৰ গীতৰ স্ৰষ্টা। বিজনে শংকৰদেৱ, জ্যোতি প্ৰসাদ, বিষ্ণু ৰাভাৰ সপোনক বিশ্বৰ আগত দাঙি ধৰিলে। সেইজন মানুহ, বিজনে গুৱাহাটী বিশ্ববিদ্যালয়ৰ উদ্বোধনী অনুষ্ঠানত "জিলিকাব লুইতৰে পাৰ" বুলি গীত ৰচি নিজে উদাত্ত কণ্ঠে গাই ভবিষ্যতৰ সুন্দৰ অসমৰ কল্পনা কৰি আপ্লুত হৈছিল। মাত্ৰ চাৰিশ টকা দৰমহাত সেই বিশ্ববিদ্যালয়ত অধ্যাপনা কৰিছিল। পিছে নিলাজ কাৰণে সকলো জলাঞ্জলি দি পেটত গাঠি মাৰি গান গাই ঘূৰি ঘূৰি মৌ-মাখিৰ দৰে বৃহৎ অসমীয়া জাতিৰ সংস্কৃতিৰ মৌচাক সজালে, আৰু বিশ্বক সেই মৌৰস পান কৰালে। লৰেলীয়া পেটেৰে এদিন কলিকতা পালে। বংগই আঁকোৱালি ল'লে। বোধহয় বৈ গ'লো আমি।

ড° ভূপেন হাজৰিকা অসমৰ মাটিত অপমানিত হ'ল। ক'ত? গুৱাহাটী বিশ্ববিদ্যালয়ত। কেনেকৈ কৰিলে? সুৰামত্ত হৈ। কোনে? স্নাতকোত্তৰ বিষয়-ৰবীয়াই। কেতিয়া? ভাত খাবলৈ মাতি নি। কিহৰ বাবে? তেখেতৰ গান হেনো নজমিল। ড° ভূপেন হাজৰিকাৰ বয়স কিমান? বোধহয় ৬৬/৬৭ বছৰ। সেইজন মানুহেই জমাব নোৱাৰা বাবে অপমানিত হ'ব লগা হ'ল।

আচৰিত কথা, বিশ্ববিদ্যালয়ৰ বাকীবোৰ ছাত্ৰ-ছাত্ৰীৰ এই নীৰৱতা কিয়? জনামতে নৱ-নিৰ্বাচিত সম্পাদকজন আকৌ সদৌ অসম ছাত্ৰসন্থাৰ উপ সভাপতি। তেনেহ'লে? আপোনালোকে সেই ভূখণ্ডৰ মাজত কি চিন্তা কৰিছে নাজানো। ভুল এটা স্বীকাৰ কৰাৰ সাহসকনো আপোনালোকে হেৰুৱাই পেলালে অথচ আমি আপোনালোকৰ পিনে আশাৰে বাটচাই আছো - ভৱিষ্যত সুন্দৰ, শান্তিপূৰ্ণ, মহান অসম গঢ়াৰ সপোন লৈ। আমাৰ এই সপোন আপোনালোকে নেভাঙিব। এটা ভুল পদক্ষেপৰ খুন্দাই ইতিমধ্যে আমাক পথহাৰা কৰিছে। কিবা এটা কৰক। বিষ্ণুদাৰ ভাষাত অলপ লবাই ক'বলৈ গ'লে -

ৰাজ্যে আছে দুটি পাঠা
একটা কালো একটা চাদা
ৰাজ্যেৰ যদি মংগল চাও
কালো পাঠা বলি দাও।।

ইয়াত ক'লা আৰু বগা বেয়া আৰু ভাল অৰ্থত ব্যৱহাৰ কৰা হৈছে। ড° ভূপেনদা আৰু আপোনালোকলৈ ক্ষমা প্ৰাৰ্থনাৰে শ্ৰদ্ধা যাচিছোঁ। ●

(১২ এপ্ৰিল, ১৯৯২)

# দেশদ্ৰোহী হীৰেণ, হোমেন, নৱকান্ত ইত্যাদি



‘চুৰবৰ বাচ্চা। মোহনদাস কৰমচাঁদ গান্ধী চুৰবৰ বাচ্চা। জাতিৰ পিতা মহাত্মা গান্ধী চুৰবৰ বাচ্চা। মই কোৱা নাই। এজন মানুহে কৈছিল। মানুহজনে বিড়িও খাইছিল। কি কৰা উচিত হ'ব এতিয়া? জাতিৰ পিতাক চুৰবৰ বাচ্চা বুলি গালি দিলে। প্ৰতিক্ৰিয়া??

"ইয়াক মাৰিব লাগে।" "জান খতম কৰি দিব লাগে।" কিন্তু ভাৰতবৰ্ষৰ আটাইবোৰ মানুহ একেলগ হৈ মানুহজনক বিচাৰি উলিয়াই মাৰে কেনেকৈ? মানুহজন থাকে ক'ত, ঘৰ ক'ত - এইবোৰ জানি বুজি লৈ মাৰিবলৈ যাওঁতেই বহু টকা খৰচ হ'ব। গতিকে সদ্যহতে তেওঁৰ ওচৰ চুবুৰীয়াই তেওঁক মাৰক; দূৰে দূৰে থকা আনবোৰ মানুহে দেশৰ বিভিন্ন ঠাইৰ বিড়ি খোৱা

মানুহবোৰক মাৰক। কোনো যুক্তি, নীতি, আদৰ্শ, দূৰদৰ্শিতাৰ প্ৰশ্ন নাই। মুঠ কথা, এজন বিড়ি খোৱা মানুহে জাতিৰ পিতাক গালি পাৰিছে। গতিকে বিড়ি খোৱা সকলো মানুহ অপৰাধী। আচলজনক নেপালেও কথা নাই। বিড়ি খোৱা আনবোৰ ক'ত সাৰিব, মাৰিব লাগে। কিন্তু বিড়ি খোৱা মানুহবোৰে মাৰ নেখালে। অবাইচ গালি দিয়া মানুজনকো কোনেও নেমাৰিলে। মানুহজন আগতে যেনেকৈ আছিল তেনেকৈয়ে থাকি গ'ল। বৰং মানুহজনৰ সন্মান বাঢ়িলহে। কাৰণ, মানুহজনৰ পগলামীৰ অন্তৰালত কিবা এটা যুক্তিপূৰ্ণ সত্বাও আছিল নিশ্চয়। নিশ্চয় তাৰ আধাৰতে কথাবোৰ কৈছিল। মানুহজন আছিল **talented but erratic,** চলচ্চিত্ৰ পৰিচালক, চিন্তাবিদ ঋত্বিক ঘটক। আজি কিছুদিনৰ পৰা অসমত ঘটি যোৱা, ঘটিব ধৰা আৰু ভৱিষ্যতলৈ ঘটিব পৰা কিছুমান ঘটনাৰ কথা - মানে অতীত, বৰ্তমান, ভৱিষ্যতৰ অসমখনৰ কথা চিন্তা কৰোতে মূৰটো আচন্দ্ৰাই কৰি পেলালে। অসমৰ অস্তিত্ব ৰক্ষাৰ সংগ্ৰামখনৰ কথা মনলৈ আহিল। অসমৰ ভৱিষ্যত গঢ়িবলৈ ওলাওতে নিৰাবেগ যুক্তিৰে সঠিকভাৱে দিক্ নিৰ্ণয় কৰিব খোজা অসমৰ বিভিন্ন দিশৰ কেইজনমান চিন্তাবিদ, পণ্ডিতক আমি অপমান কৰিছিলোঁ। কিন্তু আজি মাত্ৰ কেইটিমান বছৰৰ পিছতেই আমি একেখিনি মানুহকে আকৌ বিভিন্ন ধৰণে সন্মান যাচিছোঁ। তাৰ অৰ্থ এইটোৱে যে আমিবোৰে আচলতে ভুল কৰিছিলোঁ। ইয়াৰে প্ৰমাণ হয় যে বহুজনে 'ভাল' বুলি লোৱা সিদ্ধান্ত এটি যে সচাঁকৈ ভাল হ'ব তাৰ কোনো অৰ্থ নাই। এজন বা দুজন ব্যক্তিয়েও জাতি এটাক সঠিক পথৰ সন্ধান দিব পাৰে। তাৰ প্ৰমাণো পৃথিৱীৰ বুৰঞ্জীত আছে। সুসভ্য, সংস্কৃতিসম্পন্ন জাতি এটি গঢ়াৰ ক্ষেত্ৰত সেই জাতিটোৰ হকে চিন্তা কৰা কিছু মানুহ থাকে। সেইখিনি মানুহ কেতিয়াও নেতাও নহয়, মন্ত্ৰীও নহয়। ঘৰৰ ভিতৰত বহি থাকিয়ে তেওঁলোকে পৃথিৱীৰ খবৰ ৰাখে। পৃথিৱীৰ জ্ঞানৰ ফুলনিখনৰ পৰা ৰং আহৰণ কৰে। সেই জ্ঞান বা অভিজ্ঞতাৰে তেওঁলোকে কবিতা, উপন্যাস, গল্প, গীত, নিবন্ধ আদি লিখি জাতি বা দেশ বা পৃথিৱীৰ মানুহক আন এক নতুন জ্ঞানৰ সোৱাদ দিয়ে। সেইখিনিকে আমি আহৰণ কৰি নিজৰ, দহৰ মংগল সাধিব লাগে। ৰবীন্দ্ৰনাথ, বঙ্কিমচন্দ্ৰ, মুকুন্দ দাস, নজৰুল আদি বংগৰ মানুহৰ বুকুৰ আপোন। তেওঁলোক কেতিয়াও নেতা বা ৰজা-মন্ত্ৰী নাছিল। কিন্তু তেওঁলোকৰ সৃষ্টি, চিন্তাই বঙালী জাতিক জ্ঞানী কৰিছিল আৰু সেই জ্ঞান ৰস পান কৰি বঙালী জাতি আজি ভাৰতবৰ্ষৰ লেখত ল'বলগীয়া জাতি। জাতিৰ প্ৰতি যোগোৱা অৱিহণাৰ বাবে নটী বিনোদিনী আৰু গিৰীশ চন্দ্ৰ ঘোষকো তেওঁলোকে শ্ৰদ্ধা কৰে কিন্তু তেওঁলোক অসমীয়া হোৱা হ'লে শ্ৰদ্ধা সন্মান

দূৰৰ কথা তেওঁলোকৰ অবস্থা কি হ'লহেঁতেন ভগবানেহে জানে। বঙালীয়ে আমাৰ দৰে পৰচৰ্চা নকৰে। সুসভ্য বুলি পৰিগণিত পৃথিৱীৰ কোনো জাতিয়ে উক্ত কামটো নকৰে। কৰে আত্মবিশ্লেষণ। তাৰ মানে ভালেই কৰিছোঁ নে বেয়াহে কৰিছোঁ নিৰপেক্ষ দৃষ্টিভংগীৰে নিজেই নিজকে বিচাৰ কৰি চোৱা। এই কামটো ব্যক্তিৰ ক্ষেত্ৰতো প্ৰযোজ্য, জাতিৰ ক্ষেত্ৰতো প্ৰযোজ্য। পিছে এই আত্মবিশ্লেষণ বোলা বস্তুটো বহুতৰ বাবে সহিবলৈ টান। আমাৰ বাবেও এসময়ত টান আছিল। এতিয়াও। কিছুমান অপ্ৰিয় অথচ সত্যৰ উপাদান এই "আত্মবিশ্লেষণ" বোলা শব্দটোতে নিহিত, আৰু আমাৰ মুখামুখি হোৱাত। সেয়ে বৰগোহাঁই, গোহাঁই, বৰুৱা, মালিক ছাৰহঁতৰ আত্মবিশ্লেষণৰ দৃষ্টিভংগীত আমি চক খালোঁ; তেওঁলোকৰ সঁকিয়নিত শত্ৰুতাৰ গোন্ধ পালোঁ, তেওঁলোকৰ দূৰদৃষ্টিক আমি অন্য দৃষ্টিৰে জুখিলোঁ। আমি সংকুচিত হ'লোঁ। ফলত বহুতো অবাঞ্ছিত ঘটনা ঘটি গ'ল। কিন্তু সত্যোপলব্ধি? এদিন হ'বই। আমি ক'বলৈ লাজ কৰিছোঁ যদিও এতিয়া হৈছে। সত্য অপ্ৰাসংগিক নহয়, সেয়ে গোহাঁই, বৰুৱা ছাৰহঁতো অপ্ৰাসংগিক নহয়, নহ'ল।

দেশ আৰু জাতিক বচাবলৈ হ'লে আমাৰ এই মুহূৰ্তত আটাইতকৈ প্ৰয়োজন হৈছে নিৰ্মম আত্মবিশ্লেষণৰ আৰু তাৰ প্ৰতি আপোচহীন সহনশীলতা। সিয়ে আনি দিব এক বৃহত্তৰ স্বপ্ন। এই স্বপ্নৰ সংকীৰ্ণতা নেথাকিব। তেনে এক স্বপ্নকে লৈ দূৰদৃষ্টি সম্পন্ন জ্ঞানী লোকৰ উপদেশলৈ কাণ পাতি এক সুদূৰ প্ৰসাৰী পদক্ষেপ লোৱাটোৱেই হ'ব অসমপ্ৰেমী নেতৃত্বৰ প্ৰথম কৰ্তব্য। তেহে বিভিন্ন জাতি, উপজাতি, ধৰ্ম, সম্প্ৰদায়, ভাষা-ভাষীৰ মাজত সংহতি আৰু নিভাঁজ সম্প্ৰীতিৰ এনাজৰীডাল কটকটীয়া কৰিব পৰা যাব।

"হেথায় আৰ্য্য, হেথায় অনাৰ্য্য
হেথায় দ্ৰাবিড় চীন
শক হুন মোগল পাঠান
এক দেহে হলো লীন।"

এই লীন হোৱাৰ সংস্কৃতি গঢ়ি উঠাৰ পিছতহে আমি কোন দিশে যোৱা উচিত সেই বিষয়ে কৰা চিন্তা সফল হ'ব।

এইবোৰ কথা আলচ কৰিব লগা হ'ল এইবাবে যে আমি জাতিটোৰে আত্মহত্যা কৰিবলৈ ওলাইছোঁ। সেই কথা যদি এতিয়াও আমাৰ বাইজে আৰু সোণৰ অসমৰ স্বপ্ন বচা ব্যক্তি, সংগঠনে উপলব্ধি কৰিব পৰা নাই তেনেহ'লে আমাৰ আয়ুস খুব বেছি দহ বছৰ, যদি ইয়াৰ মাজতে অবিশ্বাস্য কিবা এটা নঘটে।●

(১৯ এপ্ৰিল, ১৯৯২)●

# উলংগ মগজু আৰু কলম

ধৰি লোৱা হ'ল মই সমূহ অসমবাসীৰ এখন সভাত ভাষণ দি আছোঁ, আৰু ধৰি লোৱা হ'ল সেই সভাত মই আবেগিক হৈ যদি কওঁ যে মোৰ সন্মুখত থকা মানুহবোৰৰ আধা অংশই মূৰ্খ আৰু অসভ্য ; লগে লগে মোৰ অস্তিত্ব, মোৰ পৰিয়ালে অস্থিৰ বাবেও বিচাৰি নেপাব। কিন্তু সেই একেখন সভাতে যদি মই একে ধৰণে অলপ সলাই কওঁ যে মোৰ সন্মুখত বহি থকা আধাখিনি মানুহ জ্ঞানী আৰু সভ্য তেতিয়া হ'লে মোৰ অস্থিৰ বাবে মোৰ পৰিয়ালে হাঁহাকাৰ কৰিব নালাগিব। হয়তো হাত চাপৰিত কিছু সময় বক্তৃতাত বাধাও পৰিব পাৰে।

দুই ব'হাগত নিজৰ কামত ৰাতি ৯ মান বজাত গুৱাহাটীৰ পৰা পাঠশালা অভিমুখে আহি থাকোতে ঠাই অ'ভাবৰ পৰা চান্দমাৰীৰ বিহু, উজান বজাৰৰ লতাশিলৰ বিহুৰ আনন্দমুখৰ অসমীয়াক দেখিলো। আহি আহি নলবাৰী জিলাৰ তিনি ঠাইত তালচীৰ সন্মুখীন হৈ সেনাৰ ভাষা আৰু সাৱধান বাণীত দ্বিতীয়খন বিহুও দেখিলো। চিন্তা কৰিলো - হায় অসমীয়া। হায় জয় আই অসম! হায় সোণৰ অসম! হায় স্বাধীন অসম!! ব'হাগৰ বিহুৰ নাচোন। জেলৰ ভিতৰত নিজৰ ল'ৰা, ভাই, বন্ধুৰ ওপৰত টাডা'ৰ নাচোন। নলবাৰী, দৰঙত সেনাৰ নাচোন - আৰু চহৰত বিহু মতলীয়া বাইজৰ নাচোন। বিমানে ৰাতি হৈছে বিহুৱলীয়া বাইজ আনন্দত মতলীয়া হৈছে - আৰু হয়তো দোভাগৰাতি মাতাল হৈছে - মাতাল। সেনা আৰু ডাক্তৰ বেজ শিক্ষা সংস্কৃতিবান অসমীয়াৰ মাজত পাৰ্থক্য ক'ত? অংকবোৰ নিমিলে। কিন্তু অলপ দকৈ ভাবি চালে মিলে। মিলে, মই অসমৰ সভাত আবেগিক হৈ দিয়া ভাষণৰ অংক মিলে -

অসমীয়া - ১ (-) আধা মূৰ্খ আৰু অসভ্য ১/২

অসমীয়া - ১ (-) আধা জ্ঞানী আৰু সভ্য ১/২

অংকৰ কোনো পৰিবৰ্তন নহয়। সত্যৰ কোনো পৰিবৰ্তন নহয়। আমি বাৰে বাৰে ভুল কৰি আছোঁ। কিন্তু উত্তৰ নিমিলে, মিলা নাই। গছ এডাল উভালিবলৈ, পদ্ধতি এটাৰ পৰিবৰ্তন সাধিবলৈ কঠোৰ পৰিশ্ৰম আৰু নিয়মৰ

অতি প্ৰয়োজন। কিন্তু সেই বিপ্লৱ হ'ব লাগিব উদ্দেশ্য পূৰণৰ বাবে, ধ্বংসৰ নহয়। গছত উঠি গছ উভালিব নোৱাৰি। ঠিক তেনেদৰে ধ্বংস কৰি পৰিবৰ্তন সাধিব নোৱাৰি। ধ্বংস মানেতো ধ্বংস। ধ্বংসৰ শক্তিক স্বীকাৰ কৰে সকলোৱে। কিন্তু ধ্বংসত ভয় আছে। আৰু য'ত ভয় আছে তাত আন্তৰিকতা নাই, ভক্তি নাই, শ্ৰদ্ধা নাই। যি আছে সি সকলো ভয়ৰ আতংকত। সাপৰ দেৱীক পূজা কৰাৰ লেখীয়া। গছত উঠি তাৰ সৌন্দৰ্য আৰু ফলমূলৰ সংব্যৱহাৰ কৰিব পাৰি। হয়তো ফল ভগাই জনপ্ৰিয় নেতা হ'ব পাৰি। কিন্তু গছ উভালিব নোৱাৰি। পৰিবৰ্তন সাধিব নোৱাৰি।

মই কি নেজানো, সেই কথা মই ভালদৰে জানো। সেয়ে গীতাৰ ভাষাত আপোনালোকক কৈছো -

"অদষ্ট পূৰ্বং হৃষিতোহাস্মিদৃষ্টাভয়েনচ প্ৰব্যথিত; মনোমোতদেব মে দৰ্শয় দেবৰূপ; প্ৰসাই দেবেশে জগন্নিবাস।"(গীতাৰ ৪৫ শ্লোক)।

হে দেৱ! ইয়াৰ আগতে যাক কোনো দিনে দেখা নাই তেনে ৰূপ দেখি মোৰ সচাঁসঁচিকৈ আনন্দ হৈছে। কিন্তু ভয়ত মন-প্ৰাণ অস্থিৰ হৈ উঠিছে। গতিকে তোমাৰ সেই আগৰ ৰূপটো দেখুওৱা। তুমি মোৰ প্ৰতি সদয় হোৱা।

কিন্তু সদয় হয়তো হ'ব। এই প্ৰচণ্ড শক্তিক কামত লগাব লাগিব। এই শক্তি দেৱ দুৰ্লভ। আমি মূৰ্খ কাৰণে, আমাৰ পলায়ণবাদী মনোভাৱৰ কাৰণে আমি প্ৰত্যেকে দুৰ্নীতি পৰায়ণ কাৰণে এই শক্তিক কামত লগাব পৰা নাই। কামত লগাব পৰা নাই হয়তো স্বাৰ্থলোভী উলংগ মগজুৰ বাবে, হয়তো স্বাৰ্থ লোভী মূৰ্খ হৈ গৈ আছোঁ। আমাক মূৰ্খ সজোৱা হৈছে; আমাক বুৰ্বক সজোৱা হৈছে। আমাৰ ল'ৰা-ছোৱালীৰ শক্তিৰ অপচয়ত আমি আনন্দিত হৈছো। নহ'লেনো সংস্কৃতিৰ প্ৰাণকেন্দ্ৰ তথা অসমৰ সকলো চহৰ নগৰত বিহুৰ উখল-মাখল কিয়? কিয় এই মনোবৃত্তি? হায় চেতনা! হায় অসমীয়া জাতিৰ বাপতি সাহোন বিহু উৎসৱ!! বিহু নে বিহ! কোনে বুজিব কোনে উপলব্ধি কৰিব। পথৰ সন্ধানৰ প্ৰক্ৰিয়াৰ নমুনা জানো এয়া? এয়া জানো শান্তি?

বাজক ঢবা বাজক শংখ
বাজক মৃদং খোল
অসম আকৌ উন্নতিৰ পথত
জয় আই অসম বোল।

সকলো বুজো। তথাপি........... ●

*(২৬ এপ্ৰিল, ১৯৯২)*

# কদৰ্য সুন্দৰ



কেৱল হৈ চৈ কৰি চিএঞবাবোৰেই যদি নিজকে অকল দেশপ্ৰেমিক বুলি ভাবিছে, সেয়াও মূৰ্খামিহে হ'ব।

চাণক্যৰ হেনো এজনী অতি মৰমৰ পালিতা ছোৱালী আছিল। এদিন ছোৱালীজনী হেৰাল। জ্ঞানী, ৰাজনীতিজ্ঞ, ভাৰত ৰাষ্ট্ৰৰ প্ৰথম সংবিধান ৰচক চাণক্যই দিনে নিশাই অক্লান্ত পৰিশ্ৰম কৰি ছোৱালীজনী বিচাৰি ফুৰোঁতে এদিন ৰাতিপুৱা বেলি ওলাল। পাহাৰৰ মাজেৰে সেউজীয়া গছ-গছনিৰ ফাঁকেৰে সূৰ্যদেৱে হাতত ফাকু গুড়িৰ থালখন লৈ সদ্য ক'লা কাপোৰ আঁতৰাই ৰঙা সাজ পিন্ধা পৃথিবীখনলৈ ফাকুগুড়ি ছটিয়াব খোজা মুহূৰ্তটো চাণক্যৰ চকুত পৰিল। সেই অপূৰ্ব দৃশ্য দেখি চাণক্যই চিঞৰি উঠিল "আঃ! কি কদৰ্য সুন্দৰ!"

**"Beauty lies in the eyes of the beholder."**

মন বৰ ডাঙৰ বস্তু। মানুহৰ মন আছে। আৰু এই মনৰ গবাক্ষী বাবেই

মানুহক 'জীৱশ্ৰেষ্ঠ মানৱ' বোলে। আন জীৱই কিন্তু মানুহক এই বিশেষণ দিয়া নাই। মানুহে নিজেই নিজৰ গাত এই 'শ্ৰেষ্ঠ' অলংকাৰ পিন্ধি লৈছে। মিছা বুলি ক'বও নোৱাৰোঁ। বিজ্ঞান মানুহৰ সৃষ্টি। আৰু এই সৃষ্টিৰ বলতে বলিয়ান হৈ মানুহে জঁধে-মধে বিভিন্ন উপায়ে নিজৰ 'মন'ৰ চাহিদা পূৰাবলৈ প্ৰকৃতিক ধ্বংস কৰিছে। জীৱ শ্ৰেষ্ঠ হৈ লাহে লাহে নিজেই নিজৰ ফান্দত পৰিছে - প্ৰয়োজনতকৈ বেছি 'শ্ৰেষ্ঠ' হোৱাৰ কাৰণে। ফলত পৃথিৱীৰ আন প্ৰাকৃতিক উদ্ভিদ আৰু জীৱৰ বাবে মানুহেই হৈছে আটাইতকৈ ভয়াবহ জীৱ। তাৰ মানে শ্ৰেষ্ঠও আনৰ বাবে ভয়াবহ হ'ব পাৰে বা হয়।

বহুতে বৰ বেছি গুৰুত্ব নিদিয়া এজন দাৰ্শনিক ফ্ৰয়েড। ১৯০০ শতিকাৰ ফ্ৰয়েডে বৈজ্ঞানিক পদ্ধতিৰে কিছুমান সত্য উদঘাটন কৰিলে। মানুহৰ চেতন মনটোৰ ক্ৰিয়াকলাপ জীৱশ্ৰেষ্ঠ মানৱে ভবাৰ দৰে সঁচা নহয়। প্ৰথমে তেখেতে 'মন'ক চেতন আৰু অৱচেতন - এই দুটা ভাগত ভগাইছিল। কিন্তু বিশ বছৰ পাছত তিনিটা ভাগত ভগায়। গতিকে দাৰ্শনিক পণ্ডিত ফ্ৰয়েডে বিশ বছৰ আগতে লোৱা সিদ্ধান্তৰ উপলব্ধিৰে পৰিবৰ্তন সাধিলে। কাৰণ আগৰ সিদ্ধান্ত ভুল আছিল। বিশ্লেষণত ধৰা পৰিল। উপলব্ধিৰে ধৰা পৰিল ভুল।

ফ্ৰয়েডে মনক - 'ইড', 'ইগ', আৰু 'ছুপাৰ ইগ' - এই তিনিটা ভাগত ভগাইছিল। 'ইড'ক ফ্ৰয়েডৰ ভাষাত **pleasure principle** বুলি কোৱা হয়। 'ইড' বৰ গুৰুত্বপূৰ্ণ। 'ইড'ৰ যোগেদিয়ে মানৱ মনে শক্তি আৰু ৰসৰ গম পায়। 'ইড'ৰ জগতখন সম্পূৰ্ণৰূপে আভ্যন্তৰীণ। এই 'ইড'ৰ দ্বাৰাই পৰিচালিত হৈ মানুহে সংযম হেৰুৱায় বা বহুসময়ত কু-কৰ্মত প্ৰবৃত্ত হয়। 'ইড'-এ বিচৰা সকলো বস্তু বাস্তৱত পোৱা নাযায়। সেয়ে অতৃপ্ত 'ইড'ৰ সীমাৰ বাহিৰত মনৰ আন এটি প্ৰক্ৰিয়াৰ জন্ম হয় - নাম ফ্ৰয়েডৰ মতে 'ইগ'। 'ইগ' চালিত হয় **Reality principle** ৰ দ্বাৰা। 'ইড'ক 'ইগ'ই সংযত কৰিবলৈ চেষ্টা কৰে বাস্তৱৰ ভেটিত। জ্ঞান আৰু যুক্তিৰ ভিত্তিত চলা মনৰ এই দ্বিতীয় পৰ্যায়ৰ প্ৰক্ৰিয়াটোক ফ্ৰয়েডে **Secondary process** বুলি কৈছে।

মনৰ তৃতীয় ভাগ হ'ল 'ছুপাৰ ইগ'। বাস্তৱৰ ঠাইত আদৰ্শ ইয়াৰ ভেটি। ইয়েই নৈতিক চেতনাৰ আধাৰ। কিন্তু 'ছুপাৰ ইগ'ৰ প্ৰাবল্যইও এক অলীকতাৰ দিশলৈ মানুহক লৈ যাব পাৰে। 'ইড'ৰ যুক্তি বা যুক্তিহীন কামনা বাসনা আৰু 'ছুপাৰ ইগ'ৰ অলীকতাৰ পৰা মানুহক ৰক্ষা কৰিব পাৰে 'ইগ'ই। 'ইগ'ৰ ভূমিকা সমন্বয় সাধন। 'ইগ'ই 'ইড'ৰ তৎকালীন আবেগক মুক্ত কৰি ছুপাৰ ইগ'ৰ আদৰ্শমূলক চৰিত্ৰত উত্তীৰ্ণ হ'ব পৰা গৌৰববোধ, অহংকাৰ সংযত

কৰে। তাৰ পিছতহে 'জীৱশ্ৰেষ্ঠ'ৰ কথা আহিব পাৰে। 'জেনেৰেলাইজ' কৰা শ্ৰেষ্ঠত্বৰে নহয়।

চাণক্য যিমান ডাঙৰ পণ্ডিতেই নহওঁক কিয়, সেই[illegible]না বাতিপুৱা সূৰ্য দেখা সময়ত অৱচেতন মনত 'ইড'ৰ প্ৰভাৱ বেছি আছিল। আৰু বেছি আছিল বাবে নিজৰ স্বাৰ্থান্ধ মনটোৰ প্ৰতিক্ৰিয়াৰ প্ৰভাৱেৰে সেই সৌন্দৰ্যময় বাতিপুৱাৰ বেলিক কদৰ্য আখ্যা দিলে। প্ৰশ্ন হ'ল - ফ্ৰয়েডৰ মনৰ ভাগ তিনিটাৰ যি ক্ৰিয়া-কলাপ, আমি 'ইড'ৰ যুক্তিহীন আবেগিক আৰু অলীক কল্পনাক 'ছুপাৰ ইগ'ৰ মাজত জন্মলভা গৌৰৱ, অহংকাৰ, গৰ্বক, 'ইগ'ৰ যুক্তিবাদী চিন্তাৰে চালিজাৰি চাই 'ইগ'ৰ স্থান ওপৰত দিব লাগিব। 'ইগ'ক সাংস্কৃতিক কৰিব লাগিব। তেতিয়াহে সাংস্কৃতিক মন এটাৰ অধিকাৰী হ'ম বা হ'ব। পাৰি আৰু গড় অনুপাতে যেতিয়া এই মনৰ অধিকাৰী সংখ্যাত বেছি হ'ব - তেতিয়াহে এখন সুন্দৰ সমাজ, এখন সুন্দৰ দেশৰ কল্পনা কৰিব পাৰি। গতিকে 'ইগ' বা বিবেকৰ উন্নতিকৰণ প্ৰচেষ্টাহে এজন জীৱশ্ৰেষ্ঠ মানৱ(?)ৰ প্ৰধান কৰ্তব্য। সেইটো আহৰণ কৰিব পাৰি পৃথিৱীৰ জ্ঞান-ভাণ্ডাৰৰ পৰা।

অসমত এখন ভাল কিতাপ ৫,০০০ কপি বিক্ৰী নহয়। আটাইতকৈ বেছি চলা বাতৰি কাকতখন এক লাখ নহয়। অসমে বছৰি ৫০০০ কোটি টকাৰ বস্তু আমদানি কৰে। অকল চাউল, দাইল, নিমখ তেল আদি খাদ্য সামগ্ৰী ৭০০ কোটি টকাৰ আমদানি হয়। এই হ'ল দুই কোটি পঁচিশ লাখ জীৱশ্ৰেষ্ঠ মানৱে জন্ম গ্ৰহণ কৰা ভূখণ্ডৰ জ্ঞানপিপাসু মন আৰু অৰ্থনৈতিক বিশ্লেষণৰ হিচাপ।

সেয়ে সম্পূৰ্ণ 'ইড' আৰু 'ছুপাৰ ইগ'ৰ প্ৰভাৱান্বিত মানুহৰ আমাৰ প্ৰয়োজন নাই। আমাক এনে এচাম 'ইগ'ৰ দ্বাৰাই প্ৰভাৱান্বিত মানুহৰ প্ৰয়োজন যিয়ে এই ভূ-খণ্ডৰ সকলো সমস্যা বুজিব, আদৰিব; সমন্বয়ৰ তুলাচনীত চালিজাৰি চাই এক মহান অসমীয়া মঞ্চ তৈয়াৰ কৰিব পাৰে। কেৱল হৈ চৈ কৰি চিঞৰাবোৰেই যদি নিজকে অকল দেশপ্ৰেমীক বুলি ভাবিছে - সেয়াও মূৰ্খামিয়ে হ'ব। জ্যোতিৰ ভাষাত -

তোৰ মাজতেই মোৰেই হওঁক জয়<br>
মোৰ মাজতে তয়েই জ্বলিছ<br>
অনন্ত জ্যোতিৰ্ময়<br>
সুন্দৰ হওঁক এই পৃথিৱী<br>
মহান হওঁক এই পৃথিৱী<br>
পৰমানন্দময়। ●

(৩ মে', ১৯৯২)

# অ'-গৰু-অ'গৰু

**When mind is without fear and head is held high**

(ৰবীন্দ্ৰনাথ)



এয়া হ'ল আমাৰ সংবিধানৰ উদ্দেশ্য ; যিখন সংবিধানক ময়ো মানো কিন্তু খুব এটা সন্মান নকৰো। এইখনৰ কায়দা আৰু এইখনৰ দোহাই দি চলা শ্ৰদ্ধেয় শাসকবৰ্গৰ কায়দাৰ ফান্দত আমি সৰ্বসাধাৰণ সদায় বলি হৈ আছো।

**We the people of India into.....**

পৃথিৱীৰ খতিয়ান ল'লে এটা কথা ওলাই পৰে যে গোষ্ঠী বা সামূহিক চিন্তাতকৈ ব্যক্তি চিন্তাৰেই পৃথিৱীৰ প্ৰগতিৰ অগ্ৰগতিত অৰিহণা বেছি। কিন্তু পৃথিৱীৰ প্ৰগতিৰ বাবে যিবিলাক আদৰ্শবান ব্যক্তিয়ে যুগে যুগে প্ৰাণ বলি দি অমৰ হৈছে তাৰ সংখ্যা কম নহয়। তেনে এজন মহাপুৰুষ গোষ্ঠী আৰু জনগণে ভবাতকৈ দূৰদৰ্শিতাৰে ভবিষ্যতৰ প্ৰগতিৰ কথা ভাবি :

মন য'ত ভয় শূণ্য,

উচ্চ য'ত শিৰ,

জ্ঞান য'ত মুক্ত

তেনে এখন ৰাষ্ট্ৰনীতিৰ কথা কল্পনা কৰাৰ বাবে মহান গণতান্ত্ৰিক অভিনৱভাৱে জনতাই হত্যা কৰিছিল, দূৰদৰ্শীহীনতাৰ বাবে। আৰু তেনেকৈয়ে বহু সময়ত উপলব্ধি কৰা হয় মানৱতাৰ নিৰ্লজ্জ স্বৰূপ। এই বিপৰ্যয়বোৰ ঘটে বা ঘটি থাকে - সম্পদ আহৰণত অত্যন্ত মনোনিবেশ কৰা বাবে। নৈতিক, সামাজিক আৰু ৰাজনৈতিক সংকটে দেখা দিয়ে - যাৰ ফলত সমাজ জীৱনৰ দ্ৰুত অৱনতি ঘটে। আৰু এই অৱনতিৰ ফলত আটাইতকৈ বিপদৰ সন্মুখীন হয় দুখীয়া জনসাধাৰণ। কিন্তু যেতিয়া এই দুখীয়া জনসাধাৰণক লৈ কিবা এটা কৰাৰ ইচ্ছা কৰা হয়, তেতিয়া খুব সাৱধানে পৰিকল্পিতভাৱে, যুক্তিসংগতভাৱে নীতি নিৰ্দ্ধাৰণ কৰি আগবাঢ়িব লাগে। জনসাধাৰণ সহজ সৰল আৰু অত্যন্ত "Needy" বাবে সাধাৰণতে বেছি আবেগিক। কিন্তু এওঁলোকৰ মাজত প্ৰচণ্ড শক্তি লুকাই আছে, তাৰ প্ৰমাণ আমি বহুবাৰ পাইছো।

অসমৰ বৰ্তমান পৰিস্থিতিত মনৰ মাজত বিভিন্ন কথাই জুমুৰি দি ধৰে আৰু সেইবোৰ বিশ্লেষণ কৰিলে হতাশাৰ ক্ষেত্ৰত মনটো ভাগি পৰে। চমুকৈ কথাবোৰ এনেধৰণৰ -

(১) ভাৰতীয় ৰাষ্ট্ৰযন্ত্ৰই অসমক শোষণ কৰি আছে। সেয়েহে আলফাই অসমৰ স্বাধীনতা বিচাৰিছে। সেই অসমখন হ'ব শোষণ মুক্ত অসম আৰু তাত এনে ধৰণৰ অৰ্থনৈতিক বুনিয়াদ গঢ়া হ'ব য'ত প্ৰতিজন অসমীয়াৰ ভৱিষ্যত উন্নতি হ'ব।

(২) বড়ো ভাই সকলোৱেও সেই একে ধৰণৰ কথাকে কৈছে। ভাৰতৰ ভিতৰত থাকি এখন বেলেগ ৰাজ্য লাগে - কাৰণ "দেহানে" (অসমীয়া) তেওঁলোকক শোষণ কৰিছে। তেওঁলোকেও অৰ্থনৈতিক বুনিয়াদ গঢ়ি শোষণ মুক্ত এখন সুন্দৰ বড়োলেণ্ড গঢ়িব।

(৩) ঠিক তেনেদৰে অসমৰ বহুতো গোষ্ঠীয়ে ডাঙৰ স্বাধীন, মাজুস্বাধীন, সৰু স্বাধীন, ইত্যাদি ইত্যাদি বিচাৰিছে।

এই সকলোবোৰ কিন্তু অসমৰ চাৰিসীমাৰ ভিতৰত থকা বৃহত্তৰ অসমীয়া জাতিৰ চিন্তাধাৰাৰ আবেগ আৰু এইবোৰ পাৰলৈ বিভিন্ন জনগোষ্ঠীয়ে বিভিন্ন ধৰণে কৌশল খটুৱাইছে। এই সকলোবোৰ কথা আমি জানো। আনহাতে চৰকাৰে চৰকাৰী মগজুৰে শান্তি-শৃংখলাৰ বিভিন্ন কায়দাত বিভিন্ন ধৰণে জনসাধাৰণৰ ওচৰত বাইজৰ প্ৰতিনিধিৰ সুন্দৰভাৱে প্ৰতিনিধিত্ব কৰিছে। বৰ্তমান অসমৰ ভূ-খণ্ডত বসবাস কৰা জনগণ কেবাটাও ভাগত বিভক্ত হৈছে।

(ক) আলোচনা নকৰা আলফাৰ লগত এক অংশ।

(খ) আলোচনা কৰা আলফাৰ লগত এক অংশ।

(গ) চৰকাৰৰ শান্তিৰ নীতিৰ লগত এক অংশ।

(ঘ) উক্ত তিনিওটাৰ লগত নথকা চালে-বেৰে কোবাই চিএৰ-বাখৰ কৰা এক অংশ।

(ঙ) আনহাতে এক বৃহৎ জনগোষ্ঠীয়ে যি জনগোষ্ঠী চহৰ নগৰৰ শিক্ষিত বুদ্ধিজীৱি নেতা আদিৰ পৰা দূৰৰ গাঁৱত থাকি দুবেলা দুমুঠিৰ কাৰণে হাঁহাকাৰ কৰি আছে। সেই গণদেৱতাই কিন্তু একো তৰ্কিব পৰা নাই।

আজি যদি 'ক'ই চিএৰিছে 'ক'ৰ কথাক বিশ্বাস কৰিছে। কালি যদি 'খ'ই হুংকাৰ কৰিছে কালি 'খ'ৰ কথা বিশ্বাস কৰিছে। পৰহি .....। কিন্তু কথা হ'ল আমি আটায়ে যিবোৰ কৰি আছো ইয়াৰ অৰ্থ বা লক্ষ্য কি?

যি অংশ আলফাই আলোচনাৰ বিৰোধিতা কৰিছে - তেওঁলোকে আমাক ক'লৈ লৈ যাবলৈ ওলাইছে? যি অংশই আলোচনা কৰিবলৈ ওলাইছে - তেওঁলোকে আমাক কি কৰিম বুলি ওলাইছে?

যিহেতু আলোচনাৰ অৰ্থ চুক্তি, আৰু সেই চুক্তিৰ সোৱাদ আমি আগতে বহুবাৰ পাইছো। আনহাতে বুদ্ধিজীৱি নেতাবোৰে প্ৰকৃত লক্ষ্যৰ কথা কি চিন্তা কৰিছে? চৰকাৰে একা?

এইটো নিৰ্ঘাত সঁচা কথা, আমি বেয়া ধৰণে শোষিত। এই শোষণ মুক্ত অসম এখন গঢ়িবলৈ অৰ্থনৈতিক বুনিয়াদ কি হ'ব? অন্য অন্য জনগোষ্ঠীৰ পৰা কিমান সহাঁৰি পোৱা যাব, বা কেনেকৈ তেওঁলোকৰ সমৰ্থন আদায় কৰা যাব? এই সকলোবোৰৰ স্পষ্ট ছবি এখন আমাক লাগে। স্পষ্টনীতি এটা আমাক লাগে। য'ত মানৱতাবোধৰ দাম নাই তাত মূৰ ঘুৰাই, লঘোণ দি বোহৰত পৰি একো লাভ নাই। কথাবোৰ যুক্তি সহকাৰে ভাবি চাব লাগে। নহ'লে এই জুইত, এই আবেগত, এই মূৰ্খামিত, এই অদূৰদৰ্শিতাৰ বাবে আমি যি আত্মহত্যাৰ যজ্ঞ পাতিছো তাৰ পৰা নিস্তাৰ নাই। এতিয়া যি কৰি আছো তাক তুলনা কৰিব পাৰি সেই ওমলা গীতটোৰ লগত মাত্ৰ -

অ' ফুল অ' ফুল নুফুল কিয়
গৰুৱে য়ে আগ খায়
মইনো ফুলিম কিয়।
অ' গৰু অ' গৰু ....................। ●

*(১০ মে', ১৯৯২)*।

## ওপৰত ঈশ্বৰ তলত হিতেশ্বৰ

(আজকাল)

## আৰু মাজত ?



এটা সাধু কথা মনত পৰিল। এখন ঠাইত কিছুমান দুমুখীয়া চৰাই আছিল। এদিন তাৰে এটি চৰাইয়ে ঘূৰি ফুৰোঁতে এঠাইত এটি অমৃতৰ পাত্ৰ দেখা পালে। এখন মুখে বোলে - "অমৃতখিনি মইহে খাই থওঁ।"

আনখনে বোলে - "মোকো আধা দিয়া"। সিহে সিখনে নিদিলে। আনখন মুখৰ খং উঠিল। খঙতে কোনো এবাৰ বাছ-বিচাৰ নকৰি সি হঠাৎ বিষ

এটা খাই পেলালে। সেয়া আছিল বিষ। মুখ দুখন হ'লেও পেট আছিল একেটাই। গতিকে চৰাইটো মৰি থাকিল।

কেইদিনমান আগতে শিক্ষামন্ত্ৰী আমাৰ ইয়ালে আহি স্থানীয় এটা প্ৰেক্ষাগৃহত দলৰ কিবা এখন সভা পাতিছিল। পিছত জানিলোঁ, চিএৰ-বাখৰ, তৰ্কা-তৰ্কিৰ কোবত সভা ভালদৰে নহ'ল। হৰি হৰি। ইমান চিএৰ-বাখৰ কেলেই? আমি দেখোন সুন্দৰ সুন্দৰ সাজপাৰ পিন্ধি মহা ভব্য-গব্যৰ দৰেই সভাঘৰত সোমাওঁ। সেই মুহূৰ্তত দেখিলে এনেহে লাগে যেন দেশখন ৰক্ষা কৰিবলৈ স্বৰ্গৰ পৰা কিছুমান দেবদূতহে নামি আহিছে। কিন্তু সভাঘৰৰ ভিতৰত ঠাণ্ডা মগজেৰে, যুক্তি সংগতভাৱে সমস্যাবোৰৰ বিষয়ে আলোচনা কৰিব নোৱাৰোঁ কিয়? - এইযে অযুক্তিকৰ চিএৰ-বাখৰ কৰি দেশ গঢ়িব খোজা এচামৰ মাজত এই সংস্কৃতি চলিছে। উক্ত কথাখিনি অকল আই কংগ্ৰেছীলোকৰ ক্ষেত্ৰতে নহয়, আন আন দল, সংগঠন আদিৰ ক্ষেত্ৰতো প্ৰযোজ্য। তথাপি আই কংগ্ৰেছীৰ উদাহৰণেৰে কওঁ, আৰু কিছুদিন ৰাজ্য চলালে শইকীয়াদেৱৰ পক্ষে তেখেতৰ সংগঠন বা দলৰ গাত ভেজা দি দেশ উদ্ধাৰ কৰিবলৈ দূৰন্ত গতিত বাঢ়ি অহা চিএৰপ্ৰৱণ 'সভ্য'ৰ সংখ্যাৰ প্ৰকোপত আচল কৰ্মী বাছি উলিওৱাই টান হ'ব।

এই 'সভ্য'বোৰৰ কথা আমি 'অ-সভ্য'বোৰে এই কাৰণে চিন্তা কৰিবলগীয়া হৈছোঁ যে এখেতসকলেই ৰাজনীতিত আটাইতকৈ বিপদজনক বস্তু। মই এনেধৰণৰ দুই এপদ বস্তুক ভালদৰে জানো বাবে এইকথা লিখিবলগীয়া হ'ল। এইবোৰ পানী মেটেকা। দেশৰ শত্ৰু। এইবোৰে ক্ষমতাসীন শীৰ্ষস্থানীয় নেতাবোৰক নিজৰ নিজৰ স্বাৰ্থত তৈল-মৰ্দন কৰাৰ প্ৰতিযোগিতাত হেতা-ওপৰা লগায়; ফলত চিএৰ-বাখৰ হয়। চিএৰ-বাখৰি নিজকে একোজন প্ৰকৃত কৰ্মী বুলি প্ৰতিপন্ন কৰিব খোজে; কাম বা কৰ্তব্য পিছে একো নকৰে। কেৱল স্বাৰ্থপৰ 'সভ্য' হৈ থাকে। নিজৰ নিজৰ অঞ্চলবোৰত কথাৰ আখৈ ফুটায় - "দিছপুৰত অমুক কৰিলোঁ, তমুক কৰিলোঁ"..... ইত্যাদি।

অৱশ্যে যিকোনো দল বা সংগঠনতে দুই এজন নিষ্ঠাবান সৎ কৰ্মীৰ অভাৱত যি দলৰেই চৰকাৰ নহওঁক, জনসাধাৰণৰ মৰ্ম বেদনাই সেই চৰকাৰক চুব নোৱাৰেগৈ। গতিকে চৰকাৰ এখনে ভাল কাম সুচাৰুৰূপে কৰিবলৈ হ'লে চৰকাৰ গঠন কৰা দলটোত নিষ্ঠাবান, সৎ কৰ্মীৰ বৰ প্ৰয়োজন। তেওঁলোকে আন্তৰিকতাৰে নিজৰ নিজৰ অঞ্চলৰ সুখ-দুঃখ, অভাৱ-অভিযোগৰ প্ৰকৃত কৰ্মী নহৈ কেৱল 'সভ্য' হোৱাবোৰৰ পৰাহে অধিক বিপদ। এই বিপদৰ পৰা শইকীয়াদেৱ কিন্তু মুক্ত হ'ব পৰা নাই। - এই গ'ল হৈ-চৈ সংস্কৃতিৰ কথা।

এইবাৰ আহো এক 'ইংগিত ধৰ্মী নীৰৱ' সংস্কৃতিলৈ। এই সংস্কৃতিৰ সেৱকসকল হ'ল কাৰ্যালয় নামৰ একোটা বিয়াগোম গৃহত বহি চৰকাৰৰ আঁচনি সমূহ ৰূপায়ণ কৰা লোক। আঁচনিসমূহৰ যথাৰ্থতা জনসাধাৰণৰ মাজত ফলপ্ৰসূভাৱে ৰূপায়ণ কৰাই হ'ল এই সকলৰ প্ৰকৃত কৰ্তব্য। এই সকলক কোৱা হয় আমোলা। দেশ চলোৱাৰ গুৰু দায়িত্ব এওঁলোকৰ ওপৰতো ন্যস্ত কৰা হয়। পিছে ইয়াতো কেনা। কাৰ্যালয় নামৰ ঘৰ একোটাত চৰকাৰী আঁচনিৰ নিয়মমাফিক অংশীদাৰ হ'বলৈ সোমাওক - গোটেইখন দুৰ্নীতি দুৰ্নীতি গোন্ধাই আছে। অৱশ্যে এওঁলোকৰ মাজতো 'সৎ' নামৰ 'অজলা' দুই চাৰিজন নথকা নহয়। পিছে বেচেৰাহঁত সংখ্যাত ইমান তাকৰ যে সেইসকল 'অজলা'ৰ ৰূপতেই থাকিব লগা হয়। গতিকে সংখ্যাগৰিষ্ঠ চতুৰহঁতৰ দৌৰাত্ম্য অবাধে চলে। গঢ়ি উঠে এটি খকুৱাৰ চক্ৰ। আপুনি কাৰ্যালয়টোত সোমাওক, এই চক্ৰটোৱে আপোনাক নাকনি কাণনি কৰিব। ভাব হ'ব, তেওঁলোক আমাৰ বাবে নে আমি তেওঁলোকৰ বাবে? প্ৰকৃততে তেওঁলোক আমাৰ বাবে। কিন্তু তাকেই পোন বাটেৰে প্ৰতিপন্ন কৰিবলৈ গ'লে বিপদ। শিশুপাল খেদা খাব। গতিকে 'আমিহে তেওঁলোকৰ বাবে' হোৱাৰ সুযোগ তেৰাসবে পূৰাদমে আদায় কৰি লয়। ফলত তাত এক 'ইংগিত ধৰ্মী নীৰৱ ভাষা'ৰ সংস্কৃতি চলে। এয়াই হ'ল 'ঘোচ সংস্কৃতি।' সহজ সৰল গঞা মানুহ হ'লেতো কথাই নাই, কোনোবা অৰাজনৈতিক প্ৰগতিবাদী আপোচহীন সংগঠনৰ আপোচহীন নেতাজনো সময়ত ইয়াৰ ফান্দত পৰিবলৈ বাধ্য হয় - যদিহে সেই ব্যক্তি কিবা কৰ্তব্যৰ দায়ত তেৰাসবৰ ওচৰ চাপিব লগা অৱস্থাত পৰে।

চৰকাৰলৈ প্ৰকৃত তথ্যৰ সৰবৰাহ আৰু সেই তথ্যৰ ভিত্তিত ৰচিত আঁচনিৰ সমূহৰ সফল ৰূপায়ণ - এয়েই হ'ব লাগে দুই পক্ষৰ কাম। তাৰ মাজত থাকি সুকলমে জনসাধাৰণে ফলসমূহ ভোগ কৰিব পাৰিব লাগে। কিন্তু সেই দুমুখীয়া চৰাইটোৰ মুখ দুখনৰ দৰে এই দুটা চক্ৰই সমন্বয় ৰক্ষা কৰিব পৰা নাই। ফলত পেট অংশত থকা জনসাধাৰণে ঈশ্বৰ নামৰ অশৰীৰি জনলৈ অসহায়ভাৱে আৰ্জি পেচ কৰিব লগা হৈছে। পিছে মৃত্যু অকল পেটটোৰহে হ'ব জানো? গোটেই দেশখন বা জাতিটোক যদি আমি চৰাইটোৰ সম্পূৰ্ণ অৱয়ৱ বুলি ধৰোঁ, তেতিয়া? মুখ দুখনৰ অৱস্থা কি হ'ব? মুখ দুখনৰ সুমতি হওঁক। ●

(১৭ মে', ১৯৯২)

# কিনো তোমার লীলা!



‘হু’ কিতনে আদমী থে?

– ত্রিশ লাখ।

– চুরবকা বাচ্চা, ও ত্রিশ লাখ, তবভি আন্দোলন চুক নেই হুবা?

– চবকাব।

– আরে ও চাভা, আসাম-কা আদমী হামে কিয়া বোলতা হেই।

– বড়া নেতা।

শুনা, বড়া নেতা। যব বাচ্চা ৰোতা তব মা বোলতী হ্যৈ, খৈটা শো যা, নেহিতো বড়া নেতা আয়েগা। আসাম জাতিকা [illegible] কৰনেৱালা ঠিকাদাৰ আয়েগা। ঔৰ তোমলোগ হাৰামজাদে হামাৰা নাম পুৰা মিট্টি মে মিলা দিয়া। কব হোগা আন্দোলন?'

- হোগা চৰকাৰ। কৌশিচ কৰ ৰাহা। ইয়েচ উই আৰ ট্ৰাইং। আমি চেষ্টা কৰিব লাগিব। যদি আৰু কিবা এটা অতি সোনকালে কৰা নাযায়, অসমীয়াৰ অস্তিত্ব থাকক বা নাথাকক আমাৰ শ্ৰদ্ধেয় নেতা সকলৰ অস্তিত্ব বিপন্ন হ'ব পাৰে। সেয়ে যুক্তিহীনভাৱে, অসমৰ শক্তিশালী এটা ৰাজনৈতিক দল আৰু এটা অৰাজনৈতিক সংগঠনে আকৌ এটা আন্দোলনৰ কথা ভাবিছে। অস্তিত্ব ৰক্ষাৰ আন্দোলন। ভাবিছে নহয়, প্ৰচাৰো কৰিছে। ভাবিলে চাগে অসম বন্ধ হ'ল। গতিকে এই সোঁতে আৰু কিবা এটা কৰা ভাল হ'ব। লগত জুইত ঘিৰ নিদিয়াবোৰতো আছেই। কিন্তু সকলো যে মূৰ্খ নহয় - তাৰ প্ৰমাণ হাতে হাতে পোৱা গ'ল। বহু বিৰোধী দলৰ নেতাই কথাটো প্ৰত্যাখ্যান কৰিলে।

অসমৰ মুখ্যমন্ত্ৰীয়ে কৈছে ১৯৮৭ চনতে ত্ৰিশ লাখ বাংলাদেশীয়ে অসমত প্ৰৱেশ কৰিছে। মুখ্যমন্ত্ৰীৰ আনবোৰ কথা আৰু যুক্তি আমি মানো নেমানো, এই সুযোগ এৰি দিব নোৱাৰি। আন্দোলন কৰি কিবা সুফল হ'লে আমাৰ ভাবমূৰ্ত্তি ৰাইজৰ ওচৰত প্ৰকট হ'ব আৰু নহ'লে কথাটো মুখ্যমন্ত্ৰীয়েহে কৈছিল। বচ্ বাঘ হ'লে চৰকাৰৰ, হৰিণ হ'লে আমাৰ।

১৯৭৯ চনৰ ১০ ছেপ্টেম্বৰত অসমীয়াৰ অস্তিত্ব ৰক্ষাৰ যি প্ৰক্ৰিয়া কিছুমান নেতাৰ নিৰ্দ্দেশত হৈছিল, সেই ক্ষণৰ পৰা আজিলৈ সৰ্বসাধাৰণ অসমীয়াই কি কি পালে, কি কি হেৰুৱালে আপোনালোকে এবাৰ বিচাৰ কৰি চাইছেনে? এচাম প্ৰবঞ্চক নেতা আৰু পালি নেতাক বাদ দি নব্বে শতাংশ খাটি খোৱা সৰ্বহাৰা অসমীয়াই পালে কি?

প্ৰতিটো চৰকাৰী বিভাগতে, প্ৰায় প্ৰতিজনে ঘোচ খোৱা নীতি।

আৰু নতুন নেতা, নতুন ধনীৰ উৎপাত।

আৰু বসন্নীয়াল / সন্ত্ৰাসীতক সন্মান কৰিব নতুনা সংস্কৃতি।

আৰু বহুত দেব দেবী, পৰ্বৰ উৎপত্তি (চান্দাৰ কোৰ) আৰু বাপজনমতো নুশুনা 'ড্ৰাগছ' আদি ৰাগিয়াল বস্তুৰ প্ৰচলন।

আৰু বহুতো.....

আৰু হেৰুৱালো, বহুত সন্তান -
হেৰুৱালো শিক্ষাৰ মানদণ্ড
হেৰুৱালো শান্তি
হেৰুৱালো চৰিত্ৰ।

আৰু এচাম সচাঁকৈয়ে জাতিৰ কাৰণে বুকু পাতি বন্দুকৰ গুলী ল'ব পৰা সাহসী, সুযোগ্য ডেকাৰ হাতত আগ্নেয়াস্ত্ৰ তুলি দি, অনিশ্চয়তাৰ মাজলৈ ঠেলি দিলোঁ। কিন্তু এটা কথা আপোনালোকে বুকুত হাত দি ক'ব পাৰিবনে কিমান শতাংশ শিক্ষিত অসমীয়া দুৰ্নীতিমুক্ত? কাবুলীয়ে নিজৰ পত্নীৰ পৰা সূত লোবাৰ দৰে, এইচাম শিক্ষিত অসমীয়াই বাপেক মাকৰ পৰাও ঘোচ খায়। যি জাতিৰ চৰিত্ৰ, মন দুৰ্নীতিমুক্ত নহয়, যি জাতিৰ আদৰ্শ আৰু নীতি বুলি কোনো বস্তু নাই, সেই জাতি সৰগলৈ গ'লেও অস্তিত্ব বজাই ৰাখিব নোৱাৰিব। স্বাধীন হ'লেও এই চৰিত্ৰ আৰু মনৰ মানুহবোৰক লৈয়েতো সমাজ টলাব লাগিব। দুখীয়া সৰ্বসাধাৰণ ৰাইজৰ একো নহ'ব। এওঁলোক কেৱল হাতিয়াৰ হৈয়ে থাকিব। ভাৰতীয় ৰাষ্ট্ৰযন্ত্ৰই অসমক ঠগিছে। সচাঁ হ'ব পাৰে। কিন্তু আমি শিক্ষিত অসমীয়াবোৰে সৰ্বসাধাৰণ দুখীয়া মানুহক জানো ঠগা নাই? প্ৰতি মূহুৰ্ততে শিক্ষিত অসমীয়াই সহজ সৰল অসমীয়াক ঠগাই আহিছে। অসমীয়াই অসমীয়াৰ শত্ৰু। আৰু এই ৰোগ যেতিয়ালৈকে নিৰ্মূল নহ'ব, অসমত আৰু বহুত কিবা কিবি ঘটি থাকিব।

এতিয়া আমাৰ প্ৰধান কৰ্তব্য হৈছে, অসমৰ বিভিন্ন জনগোষ্ঠীৰ লগত সম্পৰ্ক মধুৰ কৰা। যাতে কোনো গোষ্ঠীয়ে আন এটা গোষ্ঠীক শত্ৰুভাৱে নাচায়। তাৰ পিছত সকলো জনগোষ্ঠীৰ প্ৰতিনিধি, চৰকাৰ, বিৰোধী দল, আলফাকে ধৰি যিবোৰ প্ৰকৃত অৰ্থত অসমৰ মঙ্গল কামনা কৰা সংগঠন আছে, সেইবোৰক লৈ এখন ঘূৰণীয়া মেজ মেল পাতিব লাগে। প্ৰত্যেকে প্ৰত্যেকৰ বক্তব্য ক'ব। ভাবৰ আদান-প্ৰদান হ'ব, অভাব অভিযোগৰ আলোচনা হ'ব আৰু তাৰ পিছতেই তেখেত সকলেই উলিয়াব পাৰিব বৃহত্তৰ অসমীয়া জাতিৰ অস্তিত্ব ৰক্ষাৰ উপায়। সময় ওলাবই। পিছে তেনেকৈ কোনে ভাবিব? কোনেও নাভাবে। কাৰণ আছে-

'চাহে কোই মুখে নেতা কহে
কহনে দো জী কহতা ৰাহে
হাম আপনে আপনে ধান্দা মে ঘূৰে।' ●

(৭ জুন , ১৯৯২)

# প্ৰগতি খোৱা প্ৰতিনিধি

কেইদিনমান আগতে বিশেষ কাৰণত গুৱাহাটীৰ হোটেল এখনত থাকিব লগা হ'ল। সন্ধিয়া আড্ডা দিম বুলি ভাবি কেইজনমান বন্ধু / ভাইটিক খবৰ দিলো। সেই আড্ডাত এডভোকেট, ব্যৱসায়ী, প্ৰেছৰ মানুহ, বিধায়ক আৰু এজন সু-গায়কো আছিল। এটা সময়ত বেচ জমিছিল। গায়কজনে সুন্দৰ গজল পৰিবেশন কৰিছিল। সেই সময়লৈকে এজন মৰমৰ বিধায়ক অহা নাছিলবাবে মোৰ মনটো বেয়া লাগিল। আড্ডা জমিছে, গজল চলিছে। মোৰ মনটো অতীতলৈ ঢাপলি মেলিছে। ১৯৭৬ নে ৭৭ চনত তিনিচুকীয়াত বংগ সাহিত্য সভা হৈছিল। সেই সময়ত মোৰ থিয়েটাৰো চলি আছিল। বংগৰ বহু কৃতী সন্তানৰ লগত পৰিচয় হৈছিল আৰু তেখেতসকলে নাটকো চাইছিল। তাৰ ভিতৰত অশোক সৰকাৰ, শংকৰ, সুদেৱ ৰায়চৌধুৰী, গৌৰ কিশোৰ ঘোষ, এখন বিশ্ববিদ্যালয়ৰ অধ্যাপক (খুব সম্ভৱ) হৰি প্ৰসাদ মিশ্ৰ, কাণু সান্যালৰ (পাহাৰী সান্যালৰ ভায়েক) লগত আত্মীয়তা গঢ়ি উঠিছিল। কানু সান্যালে ভাল শাস্ত্ৰীয় সংগীত গাইছিল। মই বয়সত সৰু কাৰণে বিশেষকৈ মিশ্ৰ আৰু সান্যালে পুত্ৰৰ দৰে মৰম কৰিছিল। তেখেতসকল আছিল কামাখ্যা হোটেলত। সেই কেইদিন আজৰি সময়খিনি তেখেতসকলৰ লগতে কটাইছিলো। এদিন ৰাতিপুৱা মোক পুৱাৰ চাহ খাবলৈ নিমন্ত্ৰণ কৰিলে। সময়মতে মই হোটেল ওলালো কিন্তু হোটেলৰ কোঠাত সোমাই যি পৰিবেশ দেখিলোঁ, মই আচৰিত হ'লোঁ! দুয়োজনে কান্দি আছে। সান্যালৰ কান্দোন যথেষ্ট ডাঙৰ। মই সুধিলো, কি হ'ল, সান্যালে ফেকুৰী ক'লে, 'ঐ ৰতন, আজি আমাৰ বৰ দুৰ্ভাগ্যৰ দিন। বলাই মৰিল। বলাই অৰ্থাৎ বনফুল। ঐ বলাই তোক মই মৰিবৰ সময়ত মাত লগাব নোৱাৰিলো। ৰতন তাৰ যেতিয়াই মন বেয়া লাগে মোক কোনত গান গাবলৈ কয়, মই গাওঁ। এতিয়া কোনে মোক আবদাৰ কৰি কোনত গান গাবলৈ ক'ব - ইত্যাদি ইত্যাদি।

উক্ত কথাটো মনত পৰি মৰমৰ বিধায়কজনক ফোন কৰিলোঁ। ভাবিলোঁ ফোনত গান শুনাও আৰু বুজাই দিও যে আজি তেওঁ ইয়াতে নাহি কি ভুল কৰিলে। ফোনত নাপালো। আহিলে ফোন কৰিবলৈ ক'লো। এটা সময়ত ফোন আহিল। সেই মুহূৰ্তত মই বাহিৰত। এজন বন্ধুৱে ফোনটো ধৰি মই বুলি ক'লে। বিধায়কজনে মোৰ কণ্ঠ বুজি পায় বাবে মই নহয় বুলি প্ৰতিবাদ আৰু খং কৰিলে। মই বাহিৰৰ পৰা ওলাই ফোনটো ধৰিলো। ফোনত মোৰ মৰমৰ বিধায়কজনে বৰ সুন্দৰ বক্তৃতা দিলে। এটা সময়ত কটনত পঢ়োতে শ্ৰদ্ধেয় তাৰিণী ভট্টাচাৰ্য ছাৰে 'দি মেয়ৰ অব কেষ্টাৰব্ৰীজ' পঢ়োৱা ক্লাছত থকা যেন লাগিছিল। বহুত কথাৰ মাজত নিজৰ কথাও ক'লে - 'মই কাকো কেয়াৰ নকৰোঁ। দৰকাৰ হ'লে মোৰ দেউতাকো, মুখ্যমন্ত্ৰীকো মই -'। বিধায়কজনৰ মনৰ অৱস্থা কি আছিল মই নাজানো। আমাৰ মিঠা আমেজ এটা নষ্ট হ'ল। আজি মনত পৰি বিধায়কজনৰ কথাবোৰৰ যুক্তি বিচাৰি নাপালোঁ। এই যে প্ৰয়োজনতকৈ বেছি কথা কোৱা অভ্যাস আৰু নলগা তামোলত জেং বান্ধিবলৈ যোৱা আমাৰ এটা জাতীয় চৰিত্ৰ হৈ পৰিছে। বিশেষকৈ যিবিলাক মানুহে বেছি বলকিলে দেশ বা জাতিৰ টকা খৰচ হয়, সেইবিলাক মানুহে খুব জুখি-মাখি কথা ক'ব লাগে। এই প্ৰসংগবোৰ এই কাৰণেই টানি আনিব লগা হৈছে - যোৱা বিধান সভাৰ সময়ত বাতৰি কাকতত এটা বাতৰি পঢ়িছিলোঁ। বিধান সভাত এঁক মিনিটত খৰচ হয় হেনো পাঁচিশ হেজাৰ টকা আৰু লোকসভাত? এজন বিধায়কে বিধান সভাত দুই মিনিট সময় অপ্ৰয়োজনীয় কথা কোৱা মানে পাঁচিশ হেজাৰ। দুই এখন প্ৰাইমাৰী স্কুল খাই পেলোৱা। এই দুই, তিনি, চাৰি পাঁচ ..... মিনিটকৈ বিধায়ক আৰু সংসদী সদস্যই আবোল-তাবোল যদি বকে বা অশিক্ষিত তিৰোতাৰ দৰে কাজিয়া কৰে, এখেতসকলে ব্ৰহ্মপুত্ৰৰ বগীতৰা দলং, গেচ ক্ৰেকাৰ, শোধনাগাৰ আদি একেদিনাই খাই পেলাব পাৰে।

ক্ষমতা হাতলৈ আহিলে তাক অপব্যৱহাৰ কৰা ভাৰতীয় ৰাজনীতিৰ (অপ) সংস্কৃতি হৈ পৰিছে। ৰাজনীতি আৰু দুৰ্নীতি একেলগ কৰি নেতাবোৰে পাকৈত অভিনেতাৰ যি খেল খেলিছে তাৰ ফলত সৰ্বসাধাৰণ দুখীয়া ৰাইজে ত্ৰাহি মধুসুদন দেখিছে। এই পঙ্কিল ৰাজনীতি কৰাবোৰ ইমানেই চতুৰ যে বোকাত জন্মিও পদুমৰ গাত যেনেদৰে বোকা নালাগে ঠিক তেনেদৰে বিৰোধী শাসক সকলোৱে দুৰ্নীতি কৰিও নিকা ভাবমূৰ্তি বজাই ৰখাৰ কায়দা জানে।

'সুবিধাবাদীৰ দল! তোৰ মিছা হ'ব কৌশল,
ৰাইজৰ ভই সেৱা চুৰ কৰি, যঢ়াব খুজিছ ব'ল। ●

(৩১ মে', ১৯৯২)

# পোহৰ বিচাৰি জ্ঞানী-মূৰ্খৰ বিলাপ




**(ওজাপালি দিহা)**

অ হে অসম ৰাজ্যিক বিদ্যুৎ পৰিষদ কেনে অদ্ভুত
... আ.... হা... আ.... হা.... হেইয়া ঃ
অসম দেশ প্ৰগতিৰ পথতহে।

**(পদ) ঃ** অনুষ্ঠান প্ৰতিষ্ঠান বহু আছে অসমত, সবাতোকৈ নীচ পংগু অধম বিদ্যুত (এনে) অকৰ্মণ্য প্ৰতিষ্ঠান আন ক'তো নাই কিন্তু কৰ্মচাৰীসৱে আছে স্বচ্ছন্দে জীয়াই। সবাতোকৈ সা-সুবিধা আৰু অধিক বেতন ভোগ কৰে বিদ্যুৎ কৰ্মচাৰী প্ৰতিজন।এদিনত এঘণ্টা কাম কৰে কি নকৰে, চাৰি পাঁচ মাহৰ বিল পঠাই ঘৰে ঘৰে সূতে মূলে আদায় কৰে। বিদ্যুতৰ ধন নিদিলে জগৰ লাগে সেই গ্ৰাহকৰ। গ্ৰাহকে নিদিলে সময়ত পইচা-পাতি, তৎকালীন ব্যৱস্থাৰে দিয়ে লাইন কাটি। এনেকৈয়ে বিদ্যুৎ বিভাগ আছে চলি, কাৰ বাবে কোনে মাতি কোনে খাব গালি। বিদ্যুতৰ খুঁটাৰ শাৰী নগৰে চহৰে, নানা উদ্যোগৰ জন্ম বিদ্যুতৰ আশাৰে। নাশিব এন্ধাৰ বিদ্যুতে, বিলাব পোহৰ ; প্ৰগতিৰ পথ হ'ব, অসম দেশৰ। অসমেও আগুৰাব, আন ৰাজ্যৰ দৰে সকলোতে নানা ক্ষতি বিদ্যুৎবিভাগে হ'ল ইয়াৰ মূলভেটি।

**দিহা ঃ** - হৰি মোৰ ঐ আৰ .... অ....

অহ এন্ধাৰ আঁতৰি যাবৃ। ঘৰে ঘৰে বিজুলী জ্বলিব। ও আমাৰ মইনাইতে বিজুলীৰ পোহৰত গাওঁখনো চহৰ যেন পাব।

**পদ ঃ** গাৱঁৰ দুখীয়া ৰাইজে কম খৰচতে পোহৰ পাব দিনে ৰাতি ৰজাৰ জহতে। সৰু সৰু উদ্যোগ আদি হ'ব ঘৰে ঘৰে, গাৱঁকো গঢ় দিব চহৰৰ দৰে। লেম চাকিৰ পোহৰে, চকু কৰে নষ্ট, তেলত ভহা অসমৰ, কেৰাচিনৰো কষ্ট। নামমাত্ৰ খৰচত হ'ব সমাধা সবকাম, আশাতে বিজুলী চাকি ল'লে ধুমধাম। ডেকা বুঢ়া সকলোৰে আনন্দিত মন (পিছে) আজি কিয় হায় হায় কৰে জনগণ? বিজুলী থাকোতে কেৰাচিন মমবাতি, আগতকৈও হ'ল হায় বেছি খৰচ পাতি। বিদ্যুতক লৈ ৰাইজৰ হ'ল দিগ্‌দাৰ। এইখনে সোণৰ দেশ অসম আমাৰ।

**দিহা ঃ** অহে নিৰুপায় নিৰুপায়..... অ...... হায় ..... অ....
অসমী আমাৰ আই ক'তো যে তুলনা নাই।
সোণৰ অসম গঢ়া সংগঠনৰ আজি
কোনো কাম নাই.... হা.... হা.... হে হেয়া।

**পদ ঃ** কত সংগঠনৰ জন্ম এই অসমত, হিচাপ ৰাখিব কোনে এই সময়ত, নিজে নিজক লৈ ব্যস্ত সংগঠন, ভাবিলে লাভ নাই দেশৰ জনগণ প্ৰগতিৰ মূল খুটি বিদ্যুৎ বিভাগে আগুৱাই নিব যিয়ে পাৰে ভাগে ভাগে। নিমাত সংগঠন কিয়, নিমাত হিতেশ্বৰ; মুখ্যমন্ত্ৰীৰূপে নেতা, এই অসমৰ। সাংবাদিক মেলত যিয়ে কয় "নিৰুপায় " আনে কি কৰিব পাৰে? ইয়াৰ উপায় উগ্ৰ সংগঠনৰ ধ্বনি আকাশ কঁপি যোৱা নেতা হৈ ইচ্ছা কৰে নিজে ৰজা হোৱা জঘন্য বিদ্যুতৰ হকে কাৰো নাই মাত। এনেকৈয়ে শোষণ কৰি ভোগে ৰাজপাট। সাংবাদিক মেলত মুখ্যমন্ত্ৰীৰ এনে উক্তি তেনেকৈ কোৱাত তেওঁৰ নাই কোনো যুক্তি। মুখ্যমন্ত্ৰীৰূপে হিতেশ্বৰ শইকীয়া "অসহায়" বুলি নিজে কিয় উত্তৰ দিয়া? ৰজাই যদি অসহায় প্ৰজাৰ কি উপায়, সমাধান বিনে আন কোনো পথ নাই।

**দিহা ঃ** ওলাই আহ ওলাই আহ ঐ আৰে গাঁৱলীয়া ভাই।
ও বিদ্যুতৰ বাবে দেশ ৰসাতলে যায় অ.....

**পদ ঃ** আহ আহ ওলাই আহ, দেশৰ জনগণ দুষ্কৃতিৰ বিৰুদ্ধে মিলি কৰো মহাৰণ। ঠগ, অকৰ্মণ্য বিদ্যুতৰ কৰ্মচাৰী। একতা বলেৰে তাক আঁতৰাব পাৰি। শুনা শুনা আমাৰ চৰকাৰ, শুনা জনগণ। বিদ্যুৎ বিভাগৰ পৰা হোৱা সাৱধান। কেৰাচিনে ভাল আছিল, বিদ্যুৎ হ'ল শনি, বিশ্বাস নকৰিবা তাক সবে জানি শুনি! বিদ্যুতৰ কথা কোনে কহি পাৰে অন্ত, ঘৰুৱা চাকিতে তুষ্ট হয় ভগৱন্ত। বিদ্যুৎ কৰ্মচাৰীসব, হোৱা সাৱধান, নাপাবা ইয়াৰ পৰা কোনো পৰিত্ৰাণ।

*(প্ৰিয় বন্ধু প্ৰমোদ ৰয়ৰ সহায়ত) ।* ●

*(১৪ জুন', ১৯৯২)*

# এজন কছাৰীৰ সোঁৱৰণত

বিষ্ণু ৰাভা দিৱসত কিবা এটা লিখিম বুলি চিন্তা কৰি থাকোঁতে মনটো অতীতলৈ উৰা মাৰিলে। খুব সম্ভৱ ১৯৬৩/৬৪ চন। ৰাভাক আমি নাটক কৰিবলৈ আমন্ত্ৰণ জনাইছিলোঁ। নাটক 'তাজমহল'। সামাজিক। ৰাভাদাৰ বাবে বাণী প্ৰকাশত থকাৰ ব্যৱস্থা কৰা হৈছিল। বহুত কথা, বহুত আড্ডা চলিছিল। সেই সময়ত উদণ্ড আছিলোঁ বাবেই নেকি কথাবোৰ মনত ৰাখিবলৈ চেষ্টা নকৰিলোঁ। আজি অনুশোচনা কৰিছোঁ।

আমাৰ পিতাৰ তেতিয়া গা ভাল নাছিল। ৰাভা অহা বুলি জানি মোক ৰাভাক আমাৰ ঘৰলৈ মাতিবলৈ ক'লে। মাতিলোঁ। পিতা কোনজন ৰাভাই চিনি নেপায়। তেওঁ আহি যেতিয়া পিতাৰ কাষ পালে, তেতিয়া ৰাভাই পিতাৰ পিনে তীক্ষ্ণ দৃষ্টিৰে চালে। পিতাই ক'লে 'বিষ্ণু, তই মোক চিনি পোৱা নাই? তালাপত তোক যে মই কেইবাদিনো লুকুৱাই ৰাখিছিলোঁ?

মোৰ পিতাই তালাপ, কাকপথাৰ অঞ্চলত কাঁহৰ বেপাৰ কৰিছিল। তাৰ পাছত ৰাভাই পিতাক সাবটি ধৰিলে। পিতা চুটি চাপৰ মানুহ আছিল বাবে মোৰ দৃষ্টিত এনেকুৱা লাগিছিল যেন মাকে কেঁচুৱাক বুকুৰ মাজত সুমুৱাই ল'লে। দুয়ো কান্দিলে। আনন্দত আজি ৰাভা আৰু পিতাৰ সেই চকুৰ পানীৰ স্মৃতি মনত পৰি আৰু এটা অতীতৰ মুহূৰ্ত মনলৈ আহিল। ৰাভাদেউ ঢুকুৱাৰ পাছত তেজপুৰলৈ থিয়েটাৰ কৰিবলৈ গৈছিলোঁ। তেজপুৰ সাহিত্য সভা ভৱনৰ কাষৰ ঘৰ এটাত আছিলো। তাত সেই কেইদিন ৰাভাদা, বলিনদাইতৰ কথাই প্ৰাধান্য লাভ কৰিছিল। বাদল দায়ো (দাস) সেই আড্ডাত আছিল। বাদলদাই ৰাভাইতৰ বিষয়ে কোৱা কথাবোৰ মনত পেলাব নোৱাৰি চিঠি এখন বাদলদালৈ লিখিলো। দুদিন পাছত বাদলদাৰ চিঠিৰ উত্তৰ আহিল।'

কল্যাণবৰেষু,

প্ৰীতি আৰু শুভেচ্ছা থাকিল। চিঠিখন আকস্মিক হ'লেও কিন্তু অপ্ৰত্যাশিত নহয়। ৰতন লহকৰইতৰ ওচৰত আমাৰ প্ৰত্যাশা বহুত। নতুন নতুন সৃষ্টিৰ বাবে সেই প্ৰত্যাশাৰ সৈতে কিন্তু এক প্ৰকাৰ দাবী মিহলি হৈ আছে। সংস্কৃতিৰ বৰ চৰাত নতুন পুৰুষজাকৰ কাষত আমি পুৰণি পুৰুষ জাক একে ভাবে অপাংক্তেয় হৈ নাযাওঁ যাতে। বিষ্ণুদাৰ মৃত্যুৰ শেষ মুহূৰ্ত কেইটাত তেওঁৰ

লগত থাকি এক বিচিত্ৰ অনুভূতিৰ সন্মুখীন হৈছিলোঁ। প্ৰায় দুটা যুগৰ আগৰ কথা। তাৰ পৰা 'ফৰ্মাইচ' অনুসৰি কেৱল মাত্ৰ ফণী শৰ্মাৰ প্ৰতিক্ৰিয়াৰ সম্পৰ্কে অকণমান স্মৃতি ৰোমন্থন কৰি পঠিয়ালোঁ। আশা কৰো প্ৰয়োজন পূৰণ কৰিব।

১৯৬৯ চনৰ নিশাটো। কলাগুৰু ৰাভাৰ জীৱনৰ শেষ দৃশ্যৰ কল্যাণ খৰমান। তেজপুৰ চিভিল হস্পিতালৰ পেয়িং ৱাৰ্ড নং ২। নিশা তেতিয়া দুই বাজি গৈছে।

মহানায়ক শুই আছে। বিষ্ণুৰ অনন্ত শয্যা। সেই নিস্পন্দ দেহৰ একেবাৰে কাষত একমাত্ৰ মই। তেনে মুহূৰ্তত অসহায় মহা শিশুৰ দৰে শয়ন কৰা বিষ্ণু ৰাভালৈ চাই মোৰ অসুৰাত্মায়ো কিবা ক'বলৈ বিচাৰিলে। সন্তৰ্পনে কলম তুলি ল'লোঁ ঃ

"সৰ্বহাৰা মানৱ শিশুৰ
চালবেৰ ভঙা, গছ তলৰ পাঠশালা তুমি
তোমাৰ কিটো আছেহে ৰাভা?"

বাহিৰৰ এফালৰ বাৰান্দাত ধৰণী চৌধুৰীকে আদি কৰি বদন, বিভূতি, সত্য, শ্ৰীমন্ত, উৎপল আদিৰ দলটো। ভাগে ভাগে বিভক্ত হৈ আছে। কোনো আছে মোহিনী ৰাভাৰ ওচৰত। কাৰো কাষত আছে শিশু সন্তান দুটি।

আন এফালৰ বাৰান্দাত অকলশৰে দীঘলীয়া খোজ দি পায়চাৰি কৰি আছে নটসূৰ্য ফণী শৰ্মা। যেন পিঞ্জৰাত আৱদ্ধ হৈ থকা এটা অশান্ত ক্ষুব্ধ বাঘ। মই মূৰ তুলি চালো। মোৰ দৃষ্টিত বিষ্ণু ৰাভাৰ চকুৰ পতা অলপ কঁপি উঠা যেন লাগিল। যেন মেলো মেলো কৰিছে। ভ্ৰান্তি হোৱা নাইতো, নাই, নাই হোৱা। অৰ্ধনিমিলিত চকুহাল মোৰ পিনে। ওঁঠ দুটাও কঁপি উঠিল। মই কি কৰোঁ এতিয়া? কাৰোবাক মাতিম নেকি?

হঠাতে বাহিৰৰ পৰা ফণী শৰ্মাৰ চিঞৰত চক খাই উঠিলোঁ। তাক আৰু কিমান শাস্তি দিয়া প্ৰভু? শান্তি নিদিয়া কিয়?

মই বিমূঢ় ভাৱে হাতৰ কাষত থকা কীৰ্তন পুথিখন খামুচি ধৰিলোঁ। নিজৰ অজানিতে গাই গ'লোঁ ঃ

'মুক্তিত নিস্পৃহ যিটো
সেহি ভকতক নমো
ৰসময়ী মাগোহো ভকতি।'

কিমান পৰ গাইছো ক'ব নোৱাৰোঁ। হঠাতে কোঠালিলৈ ধুমুহাৰ দৰে ফণী শৰ্মা সোমাই আহিল। যেন গুলি খোৱা এটা বাঘ।

আকৌ গৰজি উঠিল, কাৰ কাৰণে পুথি পঢ়িছ? কোনে শুনিব? সি গ'লগৈ। মুক্তিত নিস্পৃহ তোৰ ভকতজনে মুক্তি পালে।

উহ কি মৰ্মভেদী সেই আৰ্তনাদ। শেষ নিশাৰ নিস্তেজ আকাশ গুম গুমাই গ'ল। তাকে শুনি বাহিৰত থকা সকল খৰধৰকৈ সোমাই আহিল। ধৰণী চৌধুৰী, ৰমেশ শৰ্মা, লাতুবাবুহঁতে ফণী শৰ্মাক শান্ত কৰিব বিচাৰিলে। কিন্তু কাৰ সাধ্য সেই আহত আত্মাৰ ক্ৰন্দন ৰোধিব।

এক মৰ্মভেদী দৃষ্টিত ফণী শৰ্মাই তেওঁৰ মৰমৰ বিষ্ণুৰ মুখলৈ চালে তাৰ পাছত এক বিচিত্ৰ নিঃশব্দ হাঁহি। ক'লে, ঐ কছাৰী, তোক কোনেও চিনি নাপালে। কিহে পাইছিল তোক? গোপাল ৰাভাৰ সম্পত্তি খাওঁতা নাই। সি গ'ল অসমীয়া জাতিটোক উদ্ধাৰ কৰিবলৈ। সংস্কৃতি বচাবলৈ। কোনে তোক চিনি পায়? কোনেও নাপায়। কোন বিষ্ণু ৰাভা?

কি বিচিত্ৰ অনুভূতিৰ সংমিশ্ৰণ। শোক, দুঃখ, স্নেহ প্ৰীতি, খং, ভয় আক্ষেপ পুতৌৰ কি বিচিত্ৰ সমাহাৰ। আটাইবোৰ অনুভূতিৰ এক অবিমিশ্ৰ সংমিশ্ৰণ। আবেগ প্ৰকাশৰ কি অদ্ভুত বৈপৰীত্য। এয়াতো সেই ফণী শৰ্মা নহয় যি চাহজাহান, চাণক্য, চিবাজ হৈ চৰিত্ৰৰ লগত দৰ্শকক একাত্ম কৰি দিয়ে। এয়া এক বেলেগ ফণী শৰ্মা। শৈশৱৰ পৰা বিষ্ণু ৰাভাৰ লগত একেলগে ডাঙৰ হোৱা। যৌৱনৰ দুৱাৰ দলিত খেল পথাৰৰ পৰা মঞ্চৰ পৰ্দালৈ একেলগে বিচৰণ কৰা বিষ্ণু ৰাভাৰ কলিজাৰ এফাল। মৰ্মন্তুদ সেই বিচ্ছেদৰ বেদনা।

পূৰ্বতে আখৰা নকৰা এক সকৰুণ দৃশ্য। অপৰিকল্পিত অলিখিত সেই অদ্ভুত সংলাপ মৃত্যুৰ যি কেৱল বিলাপৰেই নামান্তৰ। মোৰ স্মৃতিৰ মণিকোঠত আজিলৈকে সঞ্চিত হৈ আছে। সেই দৃশ্য সেই সংলাপ মৃত্যুৰ বাহিৰে অন্য কোনেও মোৰ পৰা কাঢ়ি নিব নোৱাৰে।

শ্ৰীবাদল দাস।

চিঠিখন পঢ়ি আকৌ তেজপুৰলৈ মনটো উৰা মাৰি গ'ল। জ্যোতি প্ৰসাদ 'কেঅ্ৰা', বিষ্ণুৰাভা 'কছাৰী' ফণী শৰ্মা 'বামুণ' আৰু ভূপেন হাজৰিকা (ক্ষমা প্ৰাৰ্থনা আৰু শ্ৰদ্ধাৰে) 'ডোম'। কি সুন্দৰ সংস্কৃতি। ভাৰতৰ, অসমীয়াৰ, বিলীন হৈ যোৱা সংস্কৃতি। বৃহত্তৰ অসমীয়া জাতি গঠনৰ সঁচ। কিন্তু আমি অসমীয়াই এই সংস্কৃতিৰ সঁচটোক সিঁচিবলৈ হৃদয়, বিবেক মন্দিৰত ক'তো এটুকুৰা মাটি বিচাৰি নাপালোঁ। বছৰত এবাৰ কেতিয়াবা সেই সঁচটোক লিৰিকি বিদাৰি চাওঁ। এইবাৰো চাবলৈ ওলাইছোঁ। পিছে দুঃখ লাগে, খং উঠে অসম চৰকাৰৰ সাংস্কৃতিক সঞ্চালকালয়ৰ কাণ্ড কাৰখানাবোৰ দেখি। ●

(২১ জুন', ১৯৯২)

# পিতামহ ব্ৰজ ওস্তাদ

১২ ছেপ্টেম্বৰৰ প্ৰশ্নঃ ব্ৰজ নাথ শৰ্মাক মৰণোত্তৰ ভাৱে চৰকাৰে শংকৰদেৱ বঁটা কিয় দিব নোৱাৰে? এটা জাতিৰ জাতীয় চৰিত্ৰক, এটা জাতিৰ বিপ্লৱী তথা ৰাজনৈতিক সত্বাক উপলুঙা কৰি, এটা দীৰ্ঘকায়ী ক্ষীণাঙ্গ মৃতদেহ ১৯৬০ চনৰ ১২ ছেপ্টেম্বৰত ঐতিহ্যপূৰ্ণ, সাংস্কৃতিক প্ৰাণকেন্দ্ৰ প্ৰাগজ্যোতিষপুৰৰ (গুৱাহাটী) চিভিল হস্পিতালৰ বাৰান্দাত পৰি আছিল, পিতামহ ব্ৰজ ওস্তাদ।

ইতিহাসৰ নেপথ্যতো ইতিহাস থাকে। সৃষ্টিয়ে যেনেকৈ ব্যাখ্যাৰ অপেক্ষাত বৈ নেথাকে, ঠিক সেইদৰে কিছুমান মানৱে নিজৰ মানৱীয় দায়িত্বৰ কাম কৰি যায় - স্বীকৃতি বা উপঢৌকনৰ কথা চিন্তা নকৰি নীৰৱে, নীবিড়ভাৱে নিষ্ঠাৰে। আধুনিক অসমৰ বুৰঞ্জী বিশ্লেষণ কৰিলে ব্ৰজ শৰ্মাৰ দৰে এনে এগৰাকী ব্যক্তি নোলাব যি গৰাকী একেধাৰে সৈনিক, সংগঠক, নাট্যকাৰ, অভিনেতা, সংগীতজ্ঞ, নৃত্যবিদ, কবি, বিপ্লৱী আৰু সহ অভিনয়ৰ প্ৰবৰ্ত্তক।

১৮৯৫ চনত বৰপেটাৰ ওচৰত শিলাগাঁৱত এই অতি মানৱ গৰাকীয়ে জন্ম গ্ৰহণ কৰে। নিজ গাঁৱত প্ৰাথমিক শিক্ষা শেষ কৰি গৌৰীপুৰ হাইস্কুলত পঢ়ে আৰু সংস্কৃত শিক্ষাও লাভ কৰে। প্ৰৱেশিকাৰ দেওনা পাৰ নোহোৱাকৈ ১৯১৪ চনত সৈন্যবাহিনীত যোগদান কৰি মেছোপটেমিয়াৰ বাগদাদ চহৰ পায়গৈ। তাতে তেখেতে সংগীতজ্ঞ মিঃ জৰ্জ্জ চাহাবৰ সান্নিধ্য লাভ কৰে। ১৯১৭ চনত বছোৰা চহৰত হৃষিকেশ মুখাৰ্জী নামৰ জনৈক ভদ্ৰলোকৰ নেতৃত্বত গঠন হোৱা "বেংগল ড্ৰামেটিক ক্লাব"ত যোগদান কৰে। তাত তেখেতে প্ৰথম বঙালীত 'বাজীৰাও' নামৰ নাটকত অভিনয় কৰে। পিছত সেই ক্লাবৰ অন্যতম সংগঠক আৰু উদ্যোক্তা হৈ পৰে। তেখেতৰ অভিনয়ৰ আদি গুৰু হৃষিকেশ মুখাৰ্জী। নৃত্য ক'লাৰ গুৰু আছিল নৃত্যকলাবিদ নৃপেন্দ্ৰ নাথ বসুৰ ছাত্ৰ যজ্ঞেশ্বৰ ৰায়। পিছত কিছুদিন মুৰ্চিদাবাদৰ চন্দ্ৰ ঘোষ নামৰ ব্যক্তি এজনৰ ওচৰতো তেখেতে সংগীতৰ শিক্ষাগ্ৰহন কৰিছিল।

১৯২১ চনত চাকৰি এৰি দি আহি কলিকতা পায় আৰু তাত বিখ্যাত দানীবাবুৰ লগত মঞ্চাভিনয়ৰ ক'লা-কৌশলৰ বহু কথা শিকে। তাৰ পিছত ঘূৰি আহি নিজ গাঁৱত 'শিলা কালিকা অপেৰা পাৰ্টি' নাম দি যাত্ৰাদল খোলে আৰু ১৯২৪ চনলৈ সুখ্যাতিৰে চলায়।

১৯২৪ চনত সৰভোগলৈ আহি 'দক্ষিণ কণকগাড়ী অপেৰা পাৰ্টি ১৯২৯ চনলৈ চলায়। ইয়াৰ পিছত শিল্পী ব্ৰজ শৰ্মাই আৰু কিবা কৰাৰ চিন্তাৰে নগাঁৱৰ পুৰণিগুদামৰ বিপিন চন্দ্ৰ বৰুৱাৰ সাহায্যত 'আসাম কহিনুৰ থিয়েটাৰ পাৰ্টি'ৰ গঢ় দিয়ে। তেওঁ এই প্ৰথম ব্যৱসায়িক নাট্য আন্দোলনে এক নতুন জোৱাৰ আনে।

এই অতৃপ্ত শিল্পী গৰাকীয়ে ১৯৩৩ চনত আৰু এক নতুন বৈপ্লৱিক অঘটন ঘটায়। উক্ত চনৰ নবেম্বৰ মাহত ডুমডুমাত প্ৰথম মহিলা শিল্পীৰ দ্বাৰাই সহ অভিনয় প্ৰবৰ্ত্তন কৰিলে। গোটেই অসমতে হাহাকাৰ লাগিল। ৰক্ষণশীল সমাজৰ নিন্দা, গঞ্জনা, ভৰ্ৎসনা শুনিব লগা হ'ল। কিন্তু সেই ব্ৰজৰ দৰে দৃঢ়, দূৰদৰ্শী শিল্পী গৰাকীয়ে নীৰবে সকলো সহ্য কৰি মাথোন কৈছিল "মই সমাজখনক বিপথে নিব মুঠেই খোজা নাই, বৰং পঞ্চাশ বছৰ আগুৱাই নিব খুজিছোঁ।"

নমস্যা অসমৰ প্ৰথম মঞ্চাভিনেত্ৰী কেইগৰাকী হ'ল - গোলাপী দাস, সৰ্বেশ্বৰী দাস, ফুলেশ্বৰী দাস, লাৱণ্য দাস, শৈলবালা দেৱী আৰু বিনোদা গগৈ। এনেকৈয়ে শিল্পী ব্ৰজ শৰ্মাই অসমত যুগান্তৰ সৃষ্টি কৰিলে যদিও 'আসাম কহিনুৰ থিয়েটাৰ পাৰ্টি' ১৯৩৬ চনত ছয় হেজাৰ টকা লোকচানৰ বাবে বন্ধ কৰি দিব লগা হ'ল।

তেখেতে এই সময়ছোৱাত অভিনয় কৰা নাটকসমূহ হ'ল - বাজীৰাও, ৰাণা প্ৰতাপ, ধাত্ৰী পান্না, বাচস্পতি, শান্তি, ৰাখী বন্ধন, অজ্ঞা, ৰণজিৎ সিংহ, কালাপাহাৰ, বেদ উদ্ধাৰ, ভাস্কৰ পণ্ডিত, হিন্দুবীৰ, বিজয় বসন্ত, ললিতাদিত্য, মৰাণ জীয়ৰী, নগাকোঁৱৰ, পাণি পথ, শিবাজী, গুলেনাৰ, বাণৰজা আদি। ইয়াৰ কেবাখনো নাটক বঙালীৰ পৰা অনুবাদ কৰি মঞ্চস্থ কৰিছিল। তেখেতে নিজে বৰ্জ্জিতা, উৰ্বশী, মনোমতী, বৰুণা, পতিতা ইত্যাদি নাটক লেখিছিল। অতি দুঃখৰ বিষয়, আজিলৈ সেইবোৰ নাট ছপা হৈ নোলাল।

এই শিল্পী গৰাকীৰ সান্নিধ্যত অসমৰ গাঁৱে-ভূঁৱে, চহৰে-নগৰে বহু শিল্পীৰ জন্ম হ'ল। তেখেতে মেগাফ'ন কোম্পানীৰ আহ্বানত মনোমতী, পতিতা আৰু সীতা নামৰ তিনিখন নাটক ৰেকৰ্ডিং কৰে।

১৯৩৬ চনত কহিনুৰ থিয়েটাৰ পাৰ্টি বন্ধ হৈ যোৱাৰ সময়তে গোটেই দেশতে হোৱা স্বাধীনতা আন্দোলনত তেখেতে জপিয়াই পৰিছিল। "শিল্পী প্ৰাণৰ প্ৰেৰণা আৰু নৈতিক সাধনৰ পৰা লাভ কৰা যি ধন তাৰ পৰাহে শিল্পীয়ে নিজৰ প্ৰাণত বিমল আনন্দ আৰু তৃপ্তি লাভ কৰি জাতিক উন্নতিৰ শীৰ্ষস্থানলৈ টানি নিবৰ শক্তি লাভ কৰিব পাৰে।" (ব্ৰজ.শ.) আৰু এই শক্তিৰে পিতামহে এইবাৰ ভীষ্মৰূপ লৈ বৃটিছৰ বিৰুদ্ধে ব্ৰজকঠোৰ হৈ উঠিল। কৰিম কিম্বা মৰিম পণ লৈ মৃত্যুবাহিনী গঠন কৰি ১৯৪২ চনৰ ৮ আগষ্ট ভাদ মাহৰ পূৰ্ণিমাৰ দিনা ৰাতি বৰ নগৰ ঘিলাঝাৰী পথাৰত প্ৰায় ১২ হেজাৰ মানুহ গোটাই সুপৰিকল্পিতভাৱে বেকী নৈৰ পাৰৰ ইংৰাজৰ ঘাই কেন্দ্ৰ বিমান ঘাটি, থানা ভস্মীভূত কৰিলে। এই বিৰাট পৰিকল্পনাত সাফল্য লাভ কৰোঁতে আচৰিতভাৱে এজনো মানুহ নিহত নহ'ল। এজনো ঘাইল নহ'ল। তাতেই ব্ৰজ শৰ্মাৰ সাংগঠনিক কৃতিত্ব নিৰ্ভৰ কৰিছে।

তাৰ পিছতে আৰম্ভ হ'ল ভয়াবহ, লোমহৰ্ষক কৰুণ আত্মগোপনৰ নাটকীয় দৃশ্য। বিভিন্ন ধৰণে ছদ্মবেশ ধৰি বাঁহৰ তল, খেৰৰ পুঁজিত, পৰিত্যক্ত বাৰীত দিন কটাব লগা হ'ল। মাজতে পলাতক অৱস্থাতে কলিকতাত বিপ্লৱী কিৰণ মুখোপাধ্যায়ক লগ পাই বন্ধুত্ব গঢ়ি উঠিছিল। অৱশেষত বঙাইগাঁৱৰ বৈটামাৰীত আত্মগোপন কৰি থাকোঁতে ধৰা পৰে আৰু আৰম্ভ হয় নিৰ্জন কাৰাৰুদ্ধ জীৱন। ১৯৪৭ চনত ভাৰত স্বাধীন হোৱাৰ আগে আগে কাৰাগাৰৰ পৰা মুক্তি লাভ কৰে। জেলৰ পৰা ওলাই ঘৰৰ পৰিয়ালৰ শোচনীয় আৰ্থিক অনাটনৰ মাজতো শিল্পীপ্ৰাণে স্বাধীন ভাৰতৰ শাসকবৰ্গৰ মাজত সঁচা স্বাধীনতাৰ বিপন্ন ছবি দেখি সমাজবাদী দলত যোগদান কৰে।

১৯৫২ চনৰ সাধাৰণ নিৰ্বাচনত 'ছ'চিয়েলিষ্ট পাৰ্টি'ৰ প্ৰাৰ্থী হৈ প্ৰতিদ্বন্দ্বিতা কৰি পৰাজয় বৰণ কৰে। সংসাৰ চলাই নিবৰ বাবে প্ৰয়োজনীয় অৰ্থৰ অভাৱত পৰি এই শিল্পী গৰাকীয়ে শেষত উপায় বিহীন হৈ ঠিকা কৰিব লগাত পৰিছিল। ভয়াবহ আৰ্থিক সংকট আৰু ৰুগীয়া দেহাৰে লাহে লাহে নীৰবে এদিন আঁতৰি পৰিল এই অকৃতজ্ঞ সংসাৰৰ পৰা।

এই অভাজন বহুদিন ব্ৰজ শৰ্মাৰ মৃত্যুৰ পিছত সেই পৰিয়ালটোৰ লগত জড়িত আছিলোঁ বাবে, জানো বাবে - অতি দুখ আৰু ক্ষোভেৰে উল্লেখ নকৰি উপায় নাই।

অসম চৰকাৰ, অসম সাহিত্য সভা, অসমৰ সচেতন বুদ্ধিজীৱিসকলে এবাৰ ভাবি চাওঁক। ●

*(১৩ চেপ্টেম্বৰ, ১৯৯২)*

# ঈশ্বৰ আল্লা তেৰে নাম

দেহ আৰু আত্মা লৈয়ে মানুহ। ৰাষ্ট্ৰ আৰু অন্ন বস্ত্ৰৰ তাড়ণাত মানুহে মানুহে যিবোৰ বিৰোধ জাগে আত্মাৰ আত্মীয়তাৰে, প্ৰেম আৰু ধৰ্মৰ মাজেৰে অৱসান ঘটাব লাগে। ইয়াতে ধৰ্মৰ সাৰ্থকতা। মানুহৰ মঙ্গলৰ বাবে ধৰ্ম। অথচ ধৰ্মৰ নামত যুগে যুগে লাখ লাখ মানুহৰ জীৱন অৱসান হৈছে। শান্তিৰ বাবে মানুহে ধৰ্মৰ আশ্ৰয় লোৱা স্বত্বেও ইতিহাসৰ ওচৰত ধৰ্মই আটাইতকৈ জঘন্যতম অপৰাধী 'শব্দ' হৈ পৰিছে। ৰামজন্মভূমি আৰু বাবৰি মছজিদক লৈ ভাৰতবৰ্ষৰ সহজ-সৰল নিৰক্ষৰ জনসাধাৰণৰ আবেগক অস্ত্ৰ কৰি লৈ ৰাজনৈতিক নেতা তথা ধৰ্মৰ মহাত্মাবোৰে যি খেল আৰম্ভ কৰিছে, ইয়াৰ শেষ ক'ত, আল্লা ঈশ্বৰেতো নেজানেই - স্বাৰ্থলোভী মহান নেতাসকলেও নেজানে। এইবোৰক লৈ আমাৰ বৰাকতো সাম্প্ৰদায়িক সংঘৰ্ষ হৈ গৈছে। আজি কিছুদিনৰ পৰা অসমত এটা বিশেষ দলে ৰথযাত্ৰাৰ কথা কৈ অৱশেষত অৱশ্যে বন্ধ কৰিলে। এতিয়া আকৌ বিদেশী প্ৰব্ৰজনকাৰীৰ সোঁতৰ বিপৰীতে কিবাকিবি কৰিবলৈ ওলাইছে। প্ৰশ্ন হয়, এইবোৰ নেতা বা চিন্তাবিদে সৰ্বসাধাৰণ ৰাইজক ক'ব পাৰিবনে - এই কাম কৰাৰ পিছত তেওঁলোকে আমাক দৰিদ্ৰ সীমাৰেখাৰ পৰা কিমান উৰ্দ্ধলৈ নিব পাৰিব? নোৱাৰে। নেজানেও। তেওঁলোকে ভাৰতীয় সংবিধানৰ স্বৰূপ মানি লৈ নেতা হৈছে। সংবিধানখনৰ মূল আদৰ্শইতো ধৰ্মনিৰপেক্ষতা। অথচ -

কিছুদিন আগতে আগ্ৰালৈ গৈছিলো। পৃথিৱীৰ ভাস্কৰ্যবিদসকলৰ স্তম্ভিত কৰা সৌন্দৰ্যৰ প্ৰতীক মুছলমান সম্ৰাট শ্বাহজাহানে নিৰ্মাণ কৰা 'তাজমহল'ত এটা অদ্ভুত কথাই মোক আচৰিত কৰিলে। ইছলাম ধৰ্মৰ সকলোবোৰ গুৰুত্বপূৰ্ণ গৃহবোৰৰ দৰে তাজমহল পশ্চিমমুখী নহয়। তাত দুই এজনক সোধাত ভাল ব্যাখ্যা দিব নোৱাৰিলে। ঘৰলৈ আহি সেই কথাৰ গম খেদি গম পালো 'হেভেল' বুলি পণ্ডিত এজনৰ এফাকি কথা 'তাজমহল' বিলংছ টু ইণ্ডিয়া, নট টু ইছলাম" ইয়াৰ অৰ্থ এয়ে হ'ব যে শ্বাহজাহান বা তেখেতক সহায় কৰা শাসক বৰ্গ তথা তাজমহল নিৰ্মাণ কৰোঁতে যিবোৰ ভাস্কৰ্যবিদ গুৰুত্বপূৰ্ণ পদত আছিল তেখেত সকলে ইছলামী চিন্তাৰে ভৰা নাছিল। নিশ্চয় আদৰ্শ আছিল - মমতাজৰ স্মৃতি ৰক্ষাৰ বাবে বিশ্বক চমক খুৱাব পৰা এটা স্মৃতিগৃহ

নিৰ্মাণ কৰিব - ভাৰতত। সেয়ে আম ৰংছ টু ইণ্ডিয়া হৈ জীয়াই আছিলো, জীয়াই আছো, জীয়াই থাকিব লাগিব। মুছলমান, হিন্দু, শিখ অথবা খ্ৰীষ্টিয়ান হিচাপে নহয়।

ভাৰতবৰ্ষত অতীতৰ পৰাই এচাম দূৰদৰ্শী মানবপ্ৰেমী মহাপুৰুষে শান্তি, সম্প্ৰতি, সংহতি ৰক্ষা কৰিবলৈ চেষ্টা কৰি আহিছে। ধৰ্ম সাধনাত উদাৰতাৰ আটাইতকৈ শ্ৰেষ্ঠ কবি কবীৰে কৈছিল -

জো খোদায় মছজিদ বসতু হে
ঔৰ মুলুক কেহি কেৰা ।
তীৰথ মূৰত ৰাম নিবাসী
বাহাৰ কৰে কো হেৰা।।

(খোদা যদি মছজিদত থাকে তেনেহলে বাকী জগতখন কাৰ? তীৰ্থ আৰু মূৰ্ত্তিতেই যদি ৰাম থাকিল, তেনেহলে বাহিৰখন চাব কোনে?)

আকৌ -

মো কো কঁহা ঢুঁড়ো বন্দে
মে তো তেৰা পাসমেঁ
না মে দেবল, না মে মসজিদ
না কাবে কৈলাশ মে।।

(ভগবানে কয়, মোক কিয় বাহিৰত বিচাৰি ফুৰিছা? মইচোন তোমাৰ কাষতেই আছোঁ। মই দেৱালয়ত নেথাকো, মছজিদত নেথাকো, 'কাবা'তো নেথাকো, কৈলাশতো মোৰ স্থান নহয়।)

আমাৰ ঐতিহ্য, আমাৰ পৰম্পৰা, আমাৰ সংস্কৃতিৰ সৌধটোৱেই দেখোন ধৰ্মনিৰপেক্ষতা। সেয়েহে মহান দেশনেতা সকল, আমাক শান্তিত থাকিবলৈ দিয়ক। আমাৰ মূখাৰ্মী, নিৰক্ষৰতাৰ সুযোগ লৈ আমাক লৈ হেতালি নেখেলিব। স্বাধীনতাৰ প্ৰায় পঞ্চাশ বছৰ পিছতো আমাক জ্ঞান চক্ষু দিব নোৱাৰিলে। আমাৰ কৰ্মঠ দুখন হাত আৰু ক্ষুদ্ৰ হ'লেও মগজু এটা আছে যেতিয়া আমি উপাৰ্জন কৰি শান্তিৰে জীয়াই থাকিব পাৰিম। আমাৰ সময় আৰু মন নষ্ট নকৰিব। আপোনালোকক বাদ দিও আমি আমাৰ অৰ্থনৈতিক বুনিয়াদ ৰচনা কৰিবলৈ চেষ্টা কৰিম।

সৰ্বশেষত আপোনালোকৰ মংগলৰ কাৰণে পৰমেশ্বৰৰ ওচৰত গোটেই দেশৰ সৰ্বহাৰাই প্ৰাৰ্থনা কৰিছোঁ।

সব 'নেতাকো' সুমতি দে ভগবান। ●

*(২০ ছেপ্টেম্বৰ, ১৯৯২)*

# মাতৃৰ বস্ত্ৰহৰণ



শৰতৰ সুনীল আকাশ

উছৰৰ মহা পয়োভৰ ........

কবিতা কবিতা লগা শৰত আহিল। ইয়াৰ লগতে বিভিন্ন ধৰ্মীয় উৎসৱ আহি মনত হেন্দোলনি তুলিব। আমি পালন কৰা বছৰৰ মুখ্যধৰ্মীয় উৎসৱ বা পূজা কেইটাই মাতৃ প্ৰধান। দূৰ্গা, লক্ষ্মী , কালী, জগদ্ধাত্ৰী, সৰস্বতী আদি। শক্তি, ধন, জ্ঞান বিচাৰি বিভিন্ন কায়দাৰে লাখ লাখ টকা খৰছ কৰি দেৱীৰ চৰণত ফুল, তুলসী, বেলপাত আনকি বলি দিও আমি আৰ্শীবাদ বিচাৰিম। ইপিনে মা কামাখ্যাৰ দৰে সৰ্বকালৰ দেৱীসকলতো আছেই। আনহাতে আমি পাৰ্থিব জীৱন যাত্ৰাত সুন্দৰ চতুৰালি খটোৱাই পুৰুষ শাসিত সমাজ ব্যৱস্থাৰে মাতৃৰূপী নাৰীক কৰি আহিছোঁ যুগে যগে উপেক্ষা। নাৰীক প্ৰকৃত মৰ্যদা দিবলৈ আমি অপাৰগ। আমি পাহৰি যাওঁ, মানুহ বুলিলে অকল পুৰুষকে নুবুজায়। পুৰুষ নাৰীৰ সম গুৰুত্বপূৰ্ণ যৌথভূমিকা পালনৰ মাজেৰেহে মানৱ সমাজৰ অস্তিত্ব বৰ্তি থাকিব। নাৰী যে মানৱ সমাজৰ নিৰবিচ্ছিন্ন প্ৰজন্মৰ, প্ৰসূতি, প্ৰতিপালন আৰু চালিকা শক্তিৰ উৎস, এই সত্য আমি মুখেৰে স্বীকাৰ কৰোঁ, কিন্তু কাৰ্যত নাৰীক আমি সম মৰ্যদাৰ পৰা বঞ্চিত কৰোঁ।

এই প্ৰসংগতে দ্ৰৌপদী আৰু সীতাৰ কথা মনলৈ আহে। অৰ্জুনে দ্ৰৌপদীক বিয়া কৰাই লৈ ভাতৃসকলৰ লগত ঘৰ আহি পোৱাৰ লগে লগে যুধিষ্ঠিৰে মাতৃ কুন্তীক বাহিৰৰ পৰাই মাত দি লগত এটা 'বস্তু' আনা বুলি ক'লে;

আৰু কুন্তীয়ে দ্ৰৌপদীক নেদেখাকৈ 'সমানে ভগাই ল' বুলি কোৱাত যুধিষ্ঠিৰে মাতৃৰ আদেশ শিৰোধাৰ্য কৰি ল'লে। এই কামৰ মাজত নাৰীক 'বস্তু' বুলি ভাবি তুচ্ছ জ্ঞান কৰাৰ পুৰুষালি মনোভাব প্ৰতিফলিত নহ'ল জানো? যিটো কথা দেখ দেখকৈ অন্যায়, যিটো কথাৰ লগত এগৰাকী নাৰীৰ হৃদয় মনৰ কথা জড়িত থাকিব পাৰে, সেই নাৰীসত্বাক প্ৰচণ্ডভাৱে অৱজ্ঞা কৰি মহাজ্ঞানী ধৰ্মৰাজ যুধিষ্ঠিৰ প্ৰমুখ্যে পঞ্চভ্ৰাতাই মাকৰ কথা মানি লোৱাৰ অৰ্থ কি? যিহেতু কুন্তীয়ে দ্ৰৌপদীক নেদেখাকৈ কথাষাৰ কৈছিল তেনে ক্ষেত্ৰত নিশ্চয় যুধিষ্ঠিৰে আচল কথাটো পাছত বুজাই ক'ব পাৰিলেহেঁতেন। বুজাই ক'লে কুন্তীয়ে কথাষাৰ উঠাই ল'লেহেঁতেন কিজানি। তাকে নকৰি যুধিষ্ঠিৰে 'সেয়ে হ'ব মাতৃ' বুলি টপৰাই উত্তৰ দি সন্মতি জনাই অধিকাৰ সাব্যস্ত কৰিবলৈ গ'ল কিয়? সিদ্ধান্ত লোৱাৰ অধিকাৰ দ্ৰৌপদী আৰু অৰ্জ্জুনৰহে। গতিকে ইয়াৰ অন্তৰালত যুধিষ্ঠিৰৰ ভোগৰ অভিসন্ধিৰ গোন্ধ পোৱা নাযায় জানো? পুৰুষে নাৰীক 'বস্তু' বুলি ভবা মানসিকতাৰ প্ৰতিনিধিত্ব যুধিষ্ঠিৰে কৰা নাই জানো?

আকৌ পাশাখেলত, দ্ৰৌপদীক 'পণ' হিছাপে আগবঢ়োৱা কাৰ্যৰ মাজতো জানো নাৰীক 'বস্তু' বুলি ভবাৰ মানসিকতা নাই? যুক্তি সংগত প্ৰতিবাদ অৱশ্যে ভীমে কৰিছিল, কিন্তু ভীম অকলশৰীয়া। গতিকে প্ৰতিবাদ নৰজিল। অকল 'পণ' ধৰাতেই ঘটনা শেষ নহ'ল, প্ৰকাশ্য ৰাজসভাত কৰা হ'ল বস্ত্ৰহৰণৰ দৰে নিৰ্লজ্জ কাম। তাকো পিতামহ ভীষ্ম, গুৰুদেৱ দ্ৰোণাচাৰ্য, কৃপাচাৰ্য আৰু ধৰ্মাত্মা বিদুৰ প্ৰমুখ্যে সেই সময়ৰ সৰ্বশ্ৰেষ্ঠ মহাজ্ঞানী সকলৰ সন্মুখত। এই সকলোবোৰ নাৰী লাঞ্ছনাৰ চৰম মুহূৰ্ততো নিৰ্বাক। আনহাতে সীতাৰ অৱস্থাও তথৈবচ। অতি সাধাৰণ কথা এটাতেই অতি অসাধাৰণ অৱতাৰ পুৰুষ শ্ৰীৰামচন্দ্ৰই নিজৰ ধৰ্ম পত্নীক গৰ্ভৱতী অৱস্থাত নিৰ্বাসন দিলে যুক্তিহীনভাৱে। এইবোৰ ঘটনাই পুৰুষ শাসিত সমাজ ব্যৱস্থাত যুগে যুগে যে নাৰী নিৰ্যাতিতা হৈ আহিছে তাৰে প্ৰমাণ নিদিয়েনে? অৱশ্যে নিৰ্যাতনৰ পুৰস্কাৰ হিছাপে এই সকল নাৰীৰ গাত 'সতী'ৰ লেবেল লগাই দিয়া হয়। নাৰীৰ হৃদয় মনৰ ক্ষোভ বেদনা, আদিক অৱনমিত কৰি ৰখাৰ ইও পুৰুষৰ এক কৌশলহে মাত্ৰ।

আমাৰ দেশত যুগ যুগ ধৰি ব্ৰাহ্মণ্য ধৰ্মৰ অপশাসনৰ ফলত নাৰীয়ে যথেষ্ট যন্ত্ৰণা ভুগিবলগীয়া হৈছে। আজি একৈশ শতিকাৰ দুৱাৰ ডলিত নাৰীয়ে থিয় হৈয়ো আমি নাৰী মুক্তিৰ কথা ভাবিব পৰা নাই। ভাবি দুখ লাগে পৃথিবীৰ নাৰী স্বাধীনতা বা মৰ্যদা সম্পৰ্কে আলোচনা, আন্দোলন আদি আৰম্ভ হৈছিল ঊনৈশ শতিকাৰ আৰম্ভণিতহে। ৰামমোহন ৰায়ে সতীদাহ, বাল্য বিবাহৰ বিপক্ষে

ভাৰতবৰ্ষত কৰা আন্দোলনৰ তাৎপৰ্য আজিও যেন আমি বুজিব খোজা নাই। ফলত আজিও ভাৰতীয় হিন্দু সমাজতো নিতৌ নাৰী নিৰ্যাতনৰ দৰে জঘন্য ঘটনা ঘটিয়েই আছে।

আচলতে নাৰীৰ পৰাধীনতাৰ মূলতে আছে সমাজৰ বৈষম্যমূলক অৰ্থনৈতিক উৎপাদন ব্যৱস্থা। সামন্ততান্ত্ৰিক আৰু পুঁজিবাদী ব্যৱস্থাই যি আৰ্থ-সামাজিক অৱস্থাৰ সৃষ্টি কৰিছে তাত নাৰীৰ অৱস্থান দুঃখজনক। অৰ্থনৈতিক উৎপাদনৰ সমভাগী হ'ব নোৱাৰা বাবে সদায় পুৰুষে নাৰীৰ ওপৰত আধিপত্য বিস্তাৰ কৰি আহিছে আৰু সেই আধিপত্যৰ বলতে পুৰুষে নাৰীক পদানত কৰি ৰাখিব খোজে। পৃথিৱীৰ যিখন দেশ বা সমাজত নাৰীয়ে অৰ্থনৈতিক উৎপাদনৰ কামত পুৰুষৰ সমানে হাত দিয়াৰ সুবিধা পাইছে, তাতেই নাৰীয়ে অধিকাৰ আৰু স্বাধীনতা ভোগ কৰিছে। সেয়েহে যেতিয়ালৈকে নাৰীক আমি পুৰুষৰ সহযোগীৰূপে লৈ অৰ্থনৈতিক মুক্তি আন্দোলনত যোগ দিয়াৰ মানসিকতা বা অৱস্থাৰ সৃষ্টি কৰিব নোৱাৰো; তেতিয়ালৈকে মানৱ সমাজৰ কোনো অগ্ৰগতি আমি পূৰ্ণাঙ্গ ৰূপত পাব নোৱাৰো।

লোকক দেখুৱাই নিজে গৰ্ব অহংকাৰ কৰিব পৰা 'বহিঃ সংস্কৃতি' আমাৰ আছে। কিন্তু জ্যোতি প্ৰসাদে কোৱাৰ দৰে আমাৰ অন্তৰ 'অন্তৰ সংস্কৃতি'ৰে ভৰপূৰ হ'লেহে সমাজ সৰ্বাংগ সুন্দৰ হ'ব বুলি আশা কৰিব পাৰি। মহা আড়ম্বৰেৰে দেৱী পূজা কৰি 'বহিঃ সংস্কৃতি' চমৎকৃত কৰিব পাৰি, দেৱীৰ চৰণত ফুল বেল পাত দি মাতৃ শক্তিৰ প্ৰতি ভক্তি দেখুওৱাৰ সংস্কৃতিও কৰিব পাৰি কিন্তু যথাৰ্থতে বাস্তৱ জগতৰ মাতৃ সকলৰ মৰ্যদাৰ প্ৰতি কোনো সচেতনতাৰ সন্ধেদ তথাকথিত এই আনুষ্ঠানিক ভক্তিয়ে দিব নোৱাৰে। দিব পাৰিব 'অন্তৰ-সংস্কৃতি'য়েহে। আমাৰ বাস্তৱ জগতৰ দেৱী মাতৃসকলৰ শক্তিক প্ৰকৃত মৰ্যদা দি যদি আমি ব্যৱহাৰিক ক্ষেত্ৰত প্ৰতিষ্ঠা নকৰো, আমি যিমানেই শক্তি পূজা (মাতৃ শক্তি) নকৰো লাগে, নাৰী সদায় বৈষম্যমূলক আচৰণৰ বলি হৈয়েই থাকিব লাগিব। ফলত এক পূৰ্ণাংগ মানৱ সমাজ কেৱল কল্পনাৰ বস্তু হৈয়েই থাকিব।

শেষত মাতৃ সকললৈ জ্যোতিৰ ভাষাত :

জাগা আজি জোনাকী বাটৰ যত
শকতি ৰূপীনী অভিযাত্ৰী
অন্ধকাৰৰ সতে শেষ সংগ্ৰামৰ বাবে
জাগা জননী জাতি
প্ৰাণৰিকী ছন্দে............। ●

(২৭ ছেপ্টেম্বৰ, ১৯৯২)

# চৰিত্ৰহীনৰ ৰাজনীতি



'যিয়ে লোকৰ গ্ৰহণ কৰিব নোৱাৰে, সি নিজৰো দিব নোৱাৰে। তুমি জুডিয়াৰ মানুহ, জুডিয়াত তোমাৰ জন্ম। জুডিয়াত তোমাৰ আই-বোপাই ডাঙৰ হৈছিল। কোৱা, জুডিয়াৰ ইহুদীসকলৰ সংস্কৃতি বিকাশত, হিব্ৰু ভাষা বিকাশত তুমি এতিয়ালৈকে কি কি কৰিলা?

'ইহুদিৰ আকৌ কি সংস্কৃতি?'

'- সংস্কৃতিৰ গৌৰৱময় ঐতিহ্য অকল ৰোমানৰহে আছে নহয়নে? শুনা, যি কেৱল নিজৰটোহে দেখে, কেৱল নিজৰ ঢাক-ঢোল বজাবহে খোজে, সি সকলোতকৈ অন্যায় কৰে নিজৰেই। আজি গৌৰৱময় ৰোমান সভ্যতা-সংস্কৃতি নিষ্প্ৰভ হৈ যাব, যদিহে তোমাৰ দৰে সংকীৰ্ণমনা, খাই পাতফলা ধৰণৰ লোক বাঢ়ি গৈ থাকে। ..... আগতে মানুহ হোৱা, তাৰ পাছত ৰোমান হ'বা।'

দুটা বিপৰীতধৰ্মী চৰিত্ৰৰ মাজত চলা এই সংলাপখিনি কোনো পৃথিৱী বিখ্যাত নাটক বা নাট্যকাৰৰ বচন নহয়। কিছুমান 'হেন্দিমেন'ৰ দ্বাৰা 'হেন্দিমেন' চিন্তাধাৰাৰে মহেন্দ্ৰ বৰঠাকুৰে নাট্যৰূপ দিয়া মোৰ নাট্যদলটিৰ 'বেনহুৰ' নাটকৰ সংলাপ। বুজিব পাৰিছেই চাগে— এজন হ'ল মানবীয় গুণসম্পন্ন প্ৰকৃততে সুসভ্য ৰোমান— যাৰ মনত মানৱতাহে প্ৰকৃত সভ্যতাৰ মাপকাঠি। আনজন হ'ল— 'সংকীৰ্ণমনা' 'খাই পাতফলা' ধৰণৰ জাতিগৰ্বী, নিজকে কেৱল 'সুসভ্য'ৰ আসনত বহুৱাবলৈ তথাকথিত অনুন্নত জাতিৰ অস্তিত্ব গ্ৰাস কৰিব খোজা জাতিপ্ৰেমত অন্ধ ক্ষমতাবান ৰোমান। এতিয়া আমি আমাৰ বা ৰাজ্যত নিজৰ বাস্তৱ পৰিস্থিতিত যদি এই দুটা চৰিত্ৰক থিৰ কৰাই চাওঁ, আমি নিঃসন্দেহে ক্ষমতাবানসকলৰ মাজত

দ্বিতীয়জনৰ অস্তিত্ব সুন্দৰভাৱে উপলব্ধি কৰিব পাৰো। আৰু উপলব্ধি কৰিব পাৰো যে দ্বিতীয় চৰিত্ৰটিৰ দৌৰাত্ম্যত প্ৰথম চৰিত্ৰটিৰ মানবীয় মূল্যবোধ আজি ধোৱাঁচাঙত উঠিবৰ উপক্ৰম।

আজি কিছুদিন ধৰি আমাৰ ৰাজ্যখনৰ কিছুমান অদ্ভুত খবৰ কাকতত পঢ়ি মনটো বিভ্ৰান্ত হৈ পৰিছে। মনতে ভাব হৈছে, আমি কোনোবখন নৰকতহে বাস কৰিছোঁ নেকি? নে বলিয়া হৈছোঁ। গণতন্ত্ৰত শক্তিশালী বিৰোধী দল লাগে। গতিকে পূৰ্বতে কৰা ল'ৰাধেমালিবোৰৰ প্ৰতি বিতশ্ৰদ্ধ হৈও মূৰকত দুইটা দলে উৎসৰ্গীকৃত মনোভাবেৰে, পূৰ্বৰ ভুলৰ প্ৰায়শ্চিত্ত কৰিবলৈ অ,গ,প আৰু ন, অ,গ,পই আগবাঢ়ি আহিব বুলি আশা পোষণ কৰিছিলোঁ। কিন্তু এতিয়ালৈ পোৱা খবৰমতে সি সম্ভৱ হৈ উঠা নাই। ইয়াৰ মূলতে আকৌ সেই ঘৃণনীয় ক্ষমতাৰ দ্বন্দ্ব। আন এটা খবৰ হ'ল ছামছিং হাপে আৰু পবিত্ৰ ডেকাৰ দলে-বলে কংগ্ৰেছ(ই)ত যোগদান। এই কাৰ্যটোত নেতাগৰাকীয়ে যিমানেই আত্মপক্ষ সমৰ্থনত বক্তৃতা, বিবৃতি আদি নিদিয়ক কিয়, সৎ উদ্দেশ্য যে নাই, সেইটো এজন দুগ্ধপোষ্য শিশুৱেও বুজি পোৱা কথা। আন খবৰবোৰ হ'ল মুখ্যমন্ত্ৰীৰ প্ৰতি প্ৰত্যাহ্বানস্বৰূপ ১৩ অক্টোবৰত এটি উগ্ৰপন্থী সংগঠনৰ দ্বাৰা সৰভোগ আৰু পাতিলাদহা ষ্টেচনৰ মাজত যাত্ৰীবাহী ৰে'লত বোমা বিস্ফোৰণ। কেবাটাও সংগঠনৰ আন্দোলনৰ কাৰ্যসূচী ঘোষণা ইত্যাদি।

এই সকলোবোৰ খবৰৰ প্ৰতি কোনে কি ধৰণে গুৰুত্ব দিছে আমি নেজানো। কিন্তু অসম নামৰ ভূখণ্ডত বাস কৰা আমাৰ দৰে সাধাৰণ অসমীয়াই ভয়ত পেঁপুৱা লাগিছে। মুখ্যমন্ত্ৰীত্বক বাদ দি হিতেশ্বৰ শইকীয়া কি, ক'ত, কিহৰ নিমিত্তে বিখ্যাত মই ঠিক ক'ব নোৱাৰিম। কিন্তু তেওঁ মুখ্যমন্ত্ৰীত্ব অৰ্জন কৰিছে গণতান্ত্ৰিক পদ্ধতিৰে নিৰ্বাচিত হৈ। গতিকে তাহানিৰ 'গণশত্ৰু'ৰ লেবেলটো আঙুলিয়াই হিতেশ্বৰ শইকীয়াক যিমানে বিপৰ্যস্ত কৰিব খোজা নহওক কিয়, তথাপি তেওঁ এতিয়াৰ অসমৰ বৈধ মুখ্যমন্ত্ৰী বুলি পৰিগণিত হ'বই। গতিকে তেওঁক কোনোমতে ক্ষমতাচ্যুত কৰাটো সম্ভৱ নহয়। কিন্তু তেওঁ যদি ক্ষমতাৰ অপব্যৱহাৰ কৰে, তেন্তিয়াহ'লে সংগঠিত ৰূপত তেওঁক নিশ্চয় বাধা দিব পাৰি। কিন্তু বিক্ষিপ্ত সংগঠনসমূহৰ 'সংগঠিত ৰূপ' দেখা পোৱাৰ উপায় ক'ত?

প্ৰতিটো সংগঠনে কেৱল নিজাৰবীয়াকৈ চমক সৃষ্টিহে কৰিব খোজে, তাৰ অন্তৰালত থাকে কেৱল ক্ষমতালাভৰ অভিপ্ৰায়। জনগণৰ প্ৰতি নিঃস্বাৰ্থ সেৱাৰ মনোভাব তাত তিলমানো নাই। আইন শৃংখলা ৰক্ষাত হিতেশ্বৰ শইকীয়া ব্যৰ্থ হৈছে বুলি ১৩ অক্টোবৰৰ বোমা বিস্ফোৰণৰ পাছত বহুতো সংগঠনে

দোষাৰোপ কৰাতহে ব্যস্ত। কিন্তু এই অৱস্থাক বোধ কৰিবলৈ এটি শান্তিৰ বাতাবৰণ আনিবৰ বাবে কিমান সংগঠনে আগতীয়াকৈ আন্দোলনকাৰী গোষ্ঠীটোৰ ওচৰ চাপিছিল? সংগঠন সমূহে সেইটো নকৰে। তেনেকুৱা ঘটনা হোৱাটোহে বিচাৰে। তেহে চৰকাৰখনক আক্ৰমণ কৰিবলৈ সুবিধা হ'ব। কিজানি ক্ষমতা লাভৰ সুৰুঙা ওলায়েই কেনিবা! মুঠতে ভিন ভিন উপায়েৰে সংগঠন সমূহ কেৱল ক্ষমতা দখলৰ স্বপ্ন ৰচনাত ব্যস্ত। নহ'লে অ,গ,প, ন,অ,গ,পৰ একত্ৰিকৰণৰ বৈঠকৰ সংখ্যা ইমান নাবাঢ়িলেহেঁতেন। এই সকলে যদি ক্ষমতাত অন্ধ নহ'লহেঁতেন তেতিয়াহ'লে উপেন ব্ৰহ্ম, জয়ন্ত ৰংপিহঁতক আমি নিশ্চয় ক্ৰোধান্বিত ৰূপত পাব লগা নহ'লহেঁতেন। আৰু আজিৰ অসমৰ বিচ্ছিন্নতাৰ অস্বস্তিকৰ ৰূপো হয়তো প্ৰত্যক্ষ কৰিব লগীয়া নহ'লহেঁতেন।

পবিত্ৰ ডেকা হেনো অসম আন্দোলনৰ সক্ৰিয় অংশীদাৰ আছিল। গতিকে গণ পৰিষদে তেখেতক নিৰ্বাচনত নামিবৰ বাবে টিকট দিলে। পাটাছাৰকুছি সমষ্টিৰ পৰা ৰাজ্যৰ ভিতৰতে সৰ্বোচ্চ ভোট লাভ কৰি তেওঁ বিজয়ৰ অভিলেখ স্থাপন কৰে। পাছত মন্ত্ৰী হয়। মন্ত্ৰীত্ব যায়। পাছত অ,গ,প, এৰি কিবা 'শক্তি মৰ্চা' নে কিবা এটা খুলিলে। পাছত দেখিলে যে শক্তিটোৰ ক্ষমতা দখলৰ শক্তি নাই। গতিকে শক্তি লাভৰ আশাত তেওঁ কংগ্ৰেছত যোগদান কৰি শক্তি বঢ়ালে। নিৰ্বাচনৰ সময়ত আৰু মন্ত্ৰী হৈ থাকোঁতে তেখেতৰ কংগ্ৰেছৰ বিৰুদ্ধে অগ্নি বৰষা বক্তৃতা বহুত শুনিছোঁ। আমি জনাত ভালেই হওঁক, বেয়াই হওঁক, কংগ্ৰেছ(ই)ৰ প্ৰতি তেখেতৰ এই আকৰ্ষণৰ কাৰণ কি? নিঃসন্দেহে ক্ষমতাৰ লোভ। পবিত্ৰ ডেকাৰ দৰে আৰু বহুজন গ'ল। যাব। কিন্তু পবিত্ৰ ডেকাহঁতৰ দৰে নেতাৰ প্ৰৰোচনাত পৰি আমাৰ দৰে সাধাৰণ মানুহে আবেগৰ বশবৰ্তী হৈ আন্দোলনৰ সময়ত দেশদ্ৰোহী বুলি বহুতো ৰাজনৈতিক দলৰ লোকৰ নাক-কাণ কাটিছিলোঁ। ক্ষত-বিক্ষত অঙ্গেৰে তেনেকুৱা লোক আজিও আমাৰ চকুৰ আগত ঘূৰি ফুৰা দেখো। আজি পবিত্ৰ ডেকাহঁতৰ দৰে নেতাসকলৰ স্বৰূপ দেখি সেইসকল লোকৰ আগত আমি লাজতে মৰি যোৱা যেন হওঁ। এনেকৈয়ে জনগণ আজি প্ৰতি মুহূৰ্ত্ততে ক্ষমতালোভীসকলৰ দ্বাৰা প্ৰৰোচিত আৰু প্ৰতাৰিত হ'বলৈ ওলাইছে। জনগণৰ স্বাৰ্থক ভৰিৰে লঠিয়াই নেতাসকলে, সংগঠনসমূহে কেৱল ক্ষমতা লাভৰ কছৰৎ চলাইছে বিভিন্ন উপায়েৰে।

কিন্তু সময় বৰ নিষ্ঠুৰ। কেতিয়াবা সংগঠিত ৰূপত জনগণৰ ক্ৰোধাগ্নিৰ পুনৰাবৃত্তি যে নঘটিব তাৰ জানো নিশ্চয়তা আছে? ভণ্ড ক্ষমতালোভী নেতাসকল যে এই ঘটনাৰ বলি নহ'ব তাৰ জানো ইয়ত্বা আছে? গতিকে হে নেতাসকল, সময় থাকোতে সাৱধান হওঁক। জনগণক প্ৰতাৰণাৰ চৰম সীমালৈ আৰু ঠেলি নিদিব। ● (২৫ অক্টোবৰ, ১৯৯২)।

# জীৱন শিল্পী চিৰকুমাৰ আদ্য শৰ্মা

মহৎ অথচ নীৰৱ, নীৰৱ অথচ মৰমিয়াল, মৰমিয়াল অথচ অভিমানী অথচ খঙাল, খঙাল অথচ অন্তৰ প্ৰগতিবাদী সৃষ্টিশীল ৰঙেৰে ভৰা বহুল ৰঙীন অন্তৰ এখনৰ গৰাকী চিৰকুমাৰ শ্ৰদ্ধেয় আদ্য শৰ্মা। আদ্যকা (মই তেনেকৈ মাতো) আজি এটি অনুষ্ঠান।

আজিৰ পৰা প্ৰায় ৬৬ বছৰ আগতে টিহুৰ ওচৰৰ মাধিবাহা গাঁৱত আদ্যকাৰ জন্ম হৈছিল। সৰুৰে পৰা লাজুক আদ্যকাই স্কুল জীৱনত শ্ৰেণীত আটাইতকৈ অনিয়মীয়া ছাত্ৰ হৈয়ো কোনো দিনে চতুৰ্থ স্থান পোৱা নাছিল। সৰুৰে পৰা কৌতুহলী শিল্পী মনৰ আদ্যকাই এনে কিছুমান কাম কৰিছিল যাৰ ফলত শিক্ষক আৰু অভিভাৱকৰ পৰা নিৰ্যাতন ভোগ কৰিছিল। আনহাতে এই সৰু ল'ৰাজনৰ কাণ্ড-কাৰখানাত শিক্ষক আৰু অভিভাৱক চিন্তিত হৈ পৰিছিল। দ্বিতীয় মহাসমৰৰ সময়ত প্ৰথম উৰা জাহাজখন ভূটান পাহাৰৰ ওপৰেৰে উৰি যোৱা দেখি ল'ৰামতীয়া আদ্যকাই কটাৰী লৈ দূৰৈৰ পৰা দেখা উৰা জাহাজখন তৈয়াৰ কৰি ৰং সানি ৰচীৰ সহায়ত সেইখনক অহা-যোৱা কৰাই সেই অঞ্চলৰ মানুহখিনিক চমক খুৱাইছিল। পঞ্চম মান শ্ৰেণী পাওঁতেই দ্বিতীয় মহাসমৰ চলিছিল। গাঁৱৰে গুৰু দত্ত ভাগৱতীৰ নেতৃত্বত পুথিভঁৰাল, সমাজসেৱা, মুষ্টিভিক্ষা স্বেচ্ছাসেৱক কামৰ ওপৰিও সভা-সমিতি, শোভাযাত্ৰাৰ প্ৰচাৰ পত্ৰ দিনে ৰাতিয়ে লিখি সৰু আদ্যকাই স্বদেশী আন্দোলনত জড়িত হৈ পৰিছিল। বহু সময়ত কেৰাচিনৰ অভাৱত সেইবোৰ এৰাগুটি জ্বলাই কৰিছিল। '৪২ৰ আন্দোলন তথা ঘৰখনৰ শোচনীয় অৱস্থাত উপায়বিহীন হৈ আদ্যকাই ১৯৪৩ চনত মণিপুৰ ৰোডত থকা B.O.D. Ordinance বিভাগত পেইন্টাৰৰ চাকৰিত সোমাল ষষ্ঠ মানতে পঢ়া শেষ কৰি। সৌভাগ্যবশতঃ জনস্মিথ নামৰ লণ্ডনৰ 'নেচনেল ফাইন আৰ্ট' কলেজৰ পৰা সুখ্যাতিৰে পাছ কৰা চাহাব জনক পালে আদ্যকাই বিভাগীয় বিষয়া হিচাপে। লাজকুৰীয়া আদ্যকা অতি সোনকালে সকলোৰে মৰমৰ পাত্ৰ হৈ পৰিল। স্মিথ চাহাবে তেওঁক নিজৰ ল'ৰাৰ দৰে মৰম কৰিছিল। মৰম স্নেহ আৰু সকলোৰে উৎসাহত আদ্যকাই লাহে লাহে সৃষ্টিৰ গভীৰতালৈ বাবলৈ ধৰিলে। চাকৰিৰ লগে লগে আন আন ছবি আঁকি, বিশেষকৈ কাৰ্টুন আঁকি জনপ্ৰিয় হৈ পৰিল। যুদ্ধ শেষ হোৱাৰ পিছত ১৯৪৬ চনত কোনোবা এটা দিনত আদ্যকা ঘৰলৈ উভতিল, আৰু নলবাৰীত থাকিবলৈ ল'লে। ছবি আঁকি জীৱন নিৰ্বাহ

কৰা সম্ভৱ নহয় কাৰণে চাইনবৰ্ড আৰু ছবি বন্ধোৱা আদি কাম কৰিব লগা হৈছিল। সময় বাগৰিল। শিল্পী মনৰ আদ্য শৰ্মাই নলবাৰীৰ সামাজিক অনুষ্ঠান প্ৰতিষ্ঠানৰ লগত জড়িত হৈ পৰিল। নলবাৰী হৰি মন্দিৰ আৰু নাট্যমন্দিৰৰ লগত ওতঃপ্ৰোতঃভাৱে জড়িত হৈ নলবাৰী হৰি মন্দিৰত লক্ষ্যধৰ চৌধুৰীৰ 'ৰক্ষকুমাৰ' নাটকত চলন্ত হৰিণ, নাগপাশ, গৰুড়ৰ আৱিৰ্ভাৱ আদি কলা কৌশলেৰে সৈতে প্ৰদৰ্শন কৰি দৰ্শকক চমক খুৱাইছিল। লাহে লাহে গোটেই উঁত্তৰ কামৰূপত যিকোনো ভাল নাটক (সেই সময়ত বেছি ভাগ নাটক ধৰ্মমূলক) কৰিবলৈ আদ্যকাৰ প্ৰয়োজন হ'ল। নলবাৰীৰ উপৰিও পাটাছাৰকুছি, পাঠশালা, জালাহ, নিত্যানন্দ আদি ঠাইত বহু নাটকৰ লগত জড়িত হৈ পৰে। ১৯৬৩ চনত প্ৰথম ভ্ৰাম্যমান থিয়েটাৰতো আদ্যকা অবিচ্ছেদ্য অংগ স্বৰূপ হৈ পৰিল। শ্ৰদ্ধেয় অচ্যুত লহকৰক সকলো ফালে সহায় কৰি ভ্ৰাম্যমানক সাংস্কৃতিক উদ্যোগত পৰিণত কৰাত সহায় কৰিলে। এটা সময়ত নতুন ভ্ৰাম্যমান দল গঠন হোৱাৰ লগে লগে আদ্যকাৰ সহযোগিতা অতি প্ৰয়োজন হৈ পৰিছিল। আজিও বহুসময়ত বহু অসম্ভৱ ক'লা-কৌশল আদ্যকাৰ দ্বাৰাইহে সম্ভৱ।

আদ্যকা কোনো দিনে ৰাজনৈতিক দলৰ সভ্য হোৱা নাই। কিন্তু প্ৰকৃত শিল্পী এজনে জানো জনগণৰ সুখ-দুখৰ ভাগী নোহোৱাকৈ থাকিব পাৰে? স্বাধীনতাৰ কিছুদিন পিছত নলবাৰীত কণ্ট্ৰোলৰ কাপোৰ দিয়া সংক্ৰান্তত যথেষ্ট মানুহৰ সমাগম হোৱাত পুলিচে অনাহকত জনতাৰ ওপৰত লাঠি চালনা কৰে। শিল্পী আদ্য শৰ্মাই চৰকাৰৰ বিৰুদ্ধে সমগ্ৰ নলবাৰীত কাৰ্টুন আঁকি ভৰাই দিলে। ফলত আদ্যকাৰ বিপক্ষে পুলিচ কেচ হ'ল আৰু ভৱিষ্যতে কাৰ্টুন অঁকা বন্ধ কৰি দিলে। টিহু লালগুদাম আক্ৰমণ কৰা ঘটনাত জড়িত কৰি বিষ্ণু ৰাভা, তৰুণ সেন ডেকা প্ৰমুখ্যে নেতা সকলৰ লগত আদ্য শৰ্মাৰ বিপক্ষেও গ্ৰেপ্তাৰী পৰোৱানা বাহিৰ হৈছিল। এইজন শিল্পী আজিলৈ নিজৰ কথা চিন্তা নকৰা, কতো এটা সাঁচতীয়া পইচা নোহোৱা জনতাৰ শিল্পী চিৰকুমাৰ আদ্য শৰ্মা। আজি অসমত তথাকথিত সফল শিল্পী বহুত আছে কিন্তু আদ্যকা যিটো শিল্পী সত্বাৰ গৰাকী তেনে সত্বাৰ অভাৱ বহু শিল্পীৰ ক্ষেত্ৰতে অনুভৱ কৰা যায়। আদ্যকাৰ দৰে আজীৱন উৎসৰ্গীকৃত শিল্পী, যাৰ অন্তৰ সদায় সৃষ্টিৰ প্ৰেৰণাৰে পৰিপূৰ্ণ, বৈষয়িক চিন্তাৰ লেখমানো আধিপত্য নাই, সেইজন শিল্পী আদ্যকা আজি সকলো শিল্পীৰ প্ৰেৰণাৰ উৎস হোৱা উচিত। আদ্যকা দীৰ্ঘজীৱি হওঁক, আদ্যকাৰ শিল্পী সুলভ ব্যক্তিত্ব উজ্জ্বল হওঁক। পৰম পূজনীয় আজীৱন শিল্পী আদ্য শৰ্মা অসমৰ কলাজগতৰ প্ৰেৰণাৰ এটি জ্যোতি হওঁক। ●

*(১৩/১৪ অক্টোবৰত (৯২) আদ্য শৰ্মা ৰাজহুৱা সম্বৰ্দ্ধনা অনুষ্ঠান প্ৰসঙ্গত শ্ৰদ্ধাঞ্জলি)*

# প্ৰসঙ্গ আমাৰ পৰ্যটন



বিশ্বৰ বিভিন্ন প্ৰান্তত থকা প্ৰকৃতিৰ আৰু মানুহৰ সৃষ্ট সৌন্দৰ্য আৰু আচাৰ্যৰ হাত বাউলিত সৌন্দৰ্য পিয়াসী আৰু জ্ঞান পিপাসু মানুহে বিশ্বৰ প্ৰান্তৰে প্ৰান্তৰে দৌৰিছে - নেদেখাক চাবলৈ, নজনাক জানিবলৈ। যোৱা সপ্তাহটো বিশ্বৰ পৰ্যটন দিৱস হিচাপে গোটেই পৃথিবীতে পালন কৰিছে।

অসমতো পালন কৰা বুলি সৰু বাতৰি এটা কাকতত পঢ়িছিলো। অতি দুঃখৰ কথা,অসম ভাৰতৰ ভিতৰত প্ৰাকৃতিক সৌন্দৰ্যৰ বাণী হৈয়ো পৰ্যটকক আকৰ্ষিত কৰিবলৈ ৰাণীৰ গাত কাপোৰ নাই। নাঙঠা। যোৱা কেইবছৰমান অসমৰ অস্থিৰ পৰিস্থিতিৰ কাৰণে কেন্দ্ৰীয় চৰকাৰে বিদেশী পৰ্যটকৰ কাৰণে বাধা আৰোপ কৰিছিল। বৰ্তমান সেই বাধা নাই। যোৱা বছৰ আমেৰিকা, বৃটেইন, লিভাৰপুল, স্পেইন, ফ্ৰান্স, জাৰ্মানী, কানাডা, জাপান, অষ্ট্ৰেলিয়া, নিউজিলেণ্ড, ছুইজাৰলেণ্ড, ইজৰাইল, হংকঙৰ পৰা মুঠ ১৬২ জন বিদেশী পৰ্যটক অসমলৈ আহিছিল। এই সংখ্যা অতি নগণ্য। ভাৰতবৰ্ষৰ কেইখনমান ৰাজ্যই পৰ্যটনত বিশেষ মনোযোগ দি সুন্দৰ পৰিকল্পনাৰে পৰ্যটকক আকৰ্ষিত কৰি বিদেশী মুদ্ৰা আৰ্জি দেশ আৰু জাতিৰ বাবে অৰ্থনীতিত অৰিহণা যোগাইছে। এই ক্ষেত্ৰত তামিলনাডুক কেন্দ্ৰ কৰি দক্ষিণ ভাৰতৰ ৰাজ্য কেইখন আগবঢ়া। অকল সাগৰক কেন্দ্ৰ কৰিয়ে বিভিন্ন পৰিকল্পনাৰে দেশী বিদেশী পৰ্যটকক আকৰ্ষিত কৰিছে। মোৰ মাখেৰিটাত থকা জনৈক অধিবক্তা বন্ধু এজনে জাপানৰ এজন পৰ্যটকৰ পৰা শুনিছিল - অসমত থকা প্ৰাকৃতিক সৌন্দৰ্যক, প্ৰাণী আৰু পশুপক্ষীক ভাল পৰিকল্পনাৰে

সজাব পাৰিলে অকল পৰ্যটনৰ ওপৰতে নিৰ্ভৰ কৰি অসম চলিব পাৰিব। পিছে অদূৰদৰ্শী প্ৰশাসক, ৰাজনৈতিক খামখেয়ালি, কল্পনা শক্তিহীন, পৰ্যটন বিভাগৰ আমোলাৰ অকৰ্মণ্যতাৰ বাবে প্ৰাকৃতিক সৌন্দৰ্যৰে ভৰা অসম আজি মৰিশালিত পৰিণত হৈছে। পৰ্যটন মানে কেইটামান পৰ্যটক ৰাখিব পৰা সকলো সুবিধা থকা হোটেলেই নহয়। প্ৰাকৃতিক সৌন্দৰ্যৰ স্থানবোৰ সজাই-পৰাই প্ৰাচীন ভাস্কৰ্যবোৰ সংৰক্ষণ কৰি তথা জন্তু, চৰাই-চিৰিকটিবোৰক ভালদৰে নিৰাপত্তা দিয়াও কৰ্তব্য।

অসমৰ পৰ্যটন সম্পৰ্কে কেইটামান পৰামৰ্শ আগবঢ়োৱা হ'ল।

(১) দেশী বা বিদেশী পৰ্যটন বিশেষজ্ঞৰ দ্বাৰা প্ৰথমে এখন 'মাষ্টাৰ প্লেন' কৰিব লাগে। এই পৰিকল্পনাত থাকিব পুৰণি পৰ্যটনৰ স্থানবোৰ আৰু বেছি আকৰ্ষণ কৰা আৰু নতুন চিন্তাৰে নতুন পৰ্যটন কেন্দ্ৰ(Location) স্থাপন কৰা।

(২) কাজিৰঙা অভয়াৰণ্যক বিশেষভাবে সজাই তোলা আৰু নিতৌ সেই অঞ্চলত চলা দখল-বেদখল বন্ধ কৰা।

গুৱাহাটীত অন্য ৰাজ্যৰ চহৰবোৰৰ দৰে পৰ্যটনৰ বাবে এটা পৰিবেশ তথা প্ৰচাৰ ব্যৱস্থা কৰি গুৱাহাটীলৈ অহা ব্যক্তিবোৰক গুৱাহাটীৰ বিভিন্ন ঠাইবোৰ চোৱাৰ আগ্ৰহী কৰি তোলা। সৰু সৰু এদিনীয়া 'পেকেজ ট্যুৰ'ৰো ব্যৱস্থা কৰিব পাৰি। ধৰা হ'ল, ৰাতিপুৱা গুৱাহাটীৰ পৰা শুৱালকুছি, হাজো, সৰ্থেবাৰী, বৰপেটা হৈ মানাহত এৰাতি থাকি পিছদিনা পুৱা, ডুবী চেণ্ট্ৰেল কৃষিফাৰ্ম হৈ ভূটানৰ লামলাঙ বা ৰঙিয়া হৈ 'চামদ্ৰুপজংখাৰ', মদন কামদেৱ মন্দিৰ চাই গুৱাহাটী। এইবোৰৰ বাবে স্থানীয় হোটেল বিলাকক কমিছন দিয়াৰ ব্যৱস্থা কৰি হোটেলত থকা মানুহ পৰ্যটক হিচাপে পাব পাৰি।

ভাৰতবৰ্ষত বিভিন্ন ঠাইত উপৰিও বিশ্বৰ 'টুৰিজিম ইনফৰমেশ্যন' চেণ্টাৰবোৰত অসমলৈ পৰ্যটক আকৰ্ষিত কৰিব পৰা প্ৰচাৰ ব্যৱস্থা।

যদি চৰকাৰীভাৱে এইবোৰ সম্ভৱ নহয়, তেনেহ'লে বেচৰকাৰী সংস্থাকো এই দায়িত্ব দিব পাৰি। অন্য ৰাজ্যৰ তেনে ব্যৱস্থা আছে।

পৰ্যটনে আজি দেশৰ অৰ্থনৈতিক সংকটৰ সময়ত বৈদেশিক মুদ্ৰা আৰ্জি গুৰুত্বপূৰ্ণ ভূমিকা পালন কৰিব পাৰে।

**A coustomer is the most important visitor on our premise, he is dependent on him.**

মহাত্মা গান্ধীৰ ব্যৱসায় সম্পৰ্কে উক্ত কথাফাকি অনুধাবন কৰি পৰ্যটনক সম্পূৰ্ণৰূপে ব্যৱসায় হিচাপে গ্ৰহণ কৰিব লাগে। ●

*(১৮ অক্টোবৰ, ১৯৯২)*

# জুৱা, আড্ডা, আমি



প্ৰথম বেদ ঋক্‌বেদ। ঋক্‌বেদত কবচ নামৰ এজন মুনিৰ দাবা, পাশা, জুৱাখেলা সম্পৰ্কে এক সুন্দৰ বৰ্ণনা আছে। তাৰ পৰা বুজা যায়, বৈদিক যুগতো জুৱা কিমান জনপ্ৰিয় আছিল। জুৱাৰী হিচাপে কবচ (মুনিৰ) ডাঙৰ বদনাম আছিল বাবে হেনো এবাৰ কোনো এক যজ্ঞস্থলীত তেওঁ উপস্থিত হওঁতে যজ্ঞস্থলীত সমবেত ঋষি মণ্ডলীয়ে তেওঁক অপমান কৰি খেদি পঠাইছিল। এই অপমানৰ ফলস্বৰূপে তেওঁ তপস্যাত বহি আত্মশুদ্ধি লাভ কৰি পূৰ্ণাঙ্গ মুনিত্ব প্ৰাপ্ত হয়। তাৰ পিছতে বোধহয় ঋকবেদত তেওঁ জুৱা সম্পৰ্কীয় আত্মজীৱনীমূলক শ্লোকবোৰ লিখে। মহাভাৰতত জুৱাৰ সৰ্বকালৰ শ্ৰেষ্ঠ মাষ্টৰ শকুনিয়ে পাণ্ডৱৰ কি অৱস্থা কৰিছিল আমি সকলোৱে জানো। 'যুধিষ্ঠিৰ' শব্দটোৰ

অৰ্থ হ'ল যিজনে শত যুদ্ধতো ধীৰ স্থিৰ শান্ত হৈ থাকিব পাৰে। অথচ যুধিষ্ঠিৰে জুৱাৰ ক্ষেত্ৰত ধৰ্মৰাজ বিশেষণটোৰ মৰ্যদা ক্ষুণ্ণ কৰাতেই ক্ষান্ত নাথাকি ধীৰ স্থিৰ, শান্ত হৈয়ো থাকিব নোৱাৰি এটাৰ পিছত এটাকৈ পণ ধৰি সকলো হেৰুৱাই শেষত দ্ৰৌপদীকো পণৰূপে আগবঢ়ালে। ধাৰ্মিক পণ্ডিতসকলে যিমানেই যুক্তি নেদেখুৱাওক লাগিলে, এই ঘটনাক এজন জুৱাৰীৰ অবিবেচক কাণ্ড নুবুলি নোৱাৰি। 'হৰিবংশ'তো বলৰামে ৰুক্মবীৰৰ লগত অক্ষক্ৰীড়াত লিপ্ত হোৱাৰ কথা উল্লেখ আছে। খ্ৰীষ্ট পূৰ্ব পঞ্চম শতিকাৰ ব্যাকৰণবিদ পানিনিৰ ব্যাকৰণত দুটা শব্দ আছে, - 'অয়' আৰু 'অনয়'। 'অয়' শব্দৰ অৰ্থ হ'ল যিটো বস্তুৰ চলন সোঁফালৰ পৰা বাওঁফাললৈ, 'অনয়' হ'ল - বাওঁফালৰ পৰা সোঁফাললৈ। দুয়োটা শব্দ লগ লগালে হয় 'অয়ানয়'। দাবাখেলত গুটি গৈ যেতিয়া লৰচৰ কৰিব নোৱাৰা অৱস্থা এটাত উপনীত হয় - য'ত আন গুটিয়েও আক্ৰমন কৰিব নোৱাৰে - সেই অৱস্থাটোকে বুজাবলৈ এই শব্দটো ব্যৱহাৰ কৰা হয়। 'বোৰ্ড অৱ টেব্‌ল গেমছ'ৰ লিখক আৰ চি বেল চাহাবে উল্লেখ কৰিছে ' **In ancient India, a racegame called Ashtapada was played on a board of sixty four squares. About the fifth century A.D. the Ashtapada board was used for a new game shataranj** ......। ইয়াৰ দ্বাৰাই প্ৰমাণ হয় যে প্ৰাচীন ভাৰতত দাবা, পাশা আদি খেলৰ প্ৰচলন আছিল আৰু যথেষ্ট জনপ্ৰিয়ও আছিল। সমাজৰ এটি বুজন অংশই এই খেল খেলি এক উন্মাদনা অনুভৱ কৰিছিল।

জুৱাৰ বিষয়ে প্ৰবন্ধ লিখা আমাৰ উদ্দেশ্য নহয়। প্ৰচলিত সকলো ৰীতি নীতিৰে একোটা ইতিহাস থাকে। ইতিহাসে অতীতৰ মানৱ সমাজৰ ভাল বেয়া দুইটাৰ কথাই কয়। ইতিহাসৰ পৰা জ্ঞান লভিবলৈ চেষ্টা কৰাটো আমাৰ কৰ্ত্তব্য। সেই জ্ঞানক শিকনিৰ পৰ্যায়লৈ আনিব পাৰিলে আমাৰ সমাজখনৰে লাভ হ'ব বেছি। সম্প্ৰতি নৈতিক অৱক্ষয়ৰ বহুতো কাৰণৰ ভিতৰত আমাৰ ভাৰতীয় সমাজখনত মাৰাত্মকভাৱে দেখা দিয়া আন এটি কাৰণ হ'ল জুৱা। জুৱাই সমাজৰ সকলো শ্ৰেণীৰ লোককে কমবেছি পৰিমাণে সামৰি লৈছে বুলি ক'লেও বঢ়াই কোৱা নহয়। অসমীয়া সমাজখনো আজি জুৱাৰ কবলত পৰিছে। সন্ধিয়া চ'কে-বজাৰে চলা আড্ডাবোৰ জুৱাই ছানি পেলাব ধৰিছে। আড্ডাৰো ইতিবাচক দিশৰ সুন্দৰ ইতিহাস আছে। পৃথিবীৰ বহুতো সৃষ্টিশীল কৰ্মৰ প্ৰেৰণাৰ থলী আছিল আড্ডা। বিশেষকৈ জনকল্যাণমুখী বহুতো অনুষ্ঠান, প্ৰতিষ্ঠানৰ সৃষ্টিৰ অংকুৰটোৰ জন্ম একোটা 'ভাল' আড্ডাৰেই ফল। আমাৰ অসমতে ইয়াৰ দেখাৰ

উদাহৰণ আছে। আমাৰ অসমৰ এতিয়াৰ বহুতো জাকত-জিলিকা সংঘ অনুষ্ঠান -প্ৰতিষ্ঠানৰ জন্ম, জোনাকী যুগৰ জন্মৰ কথা মনত পেলাওকচোন। এই মহান কৰ্ম বাজি জানো সৃষ্টিশীল আড্ডাৰ পৰাই উদ্ভৱ হোৱা নাছিল কিন্তু আজি সেই সুখদায়ক সৃষ্টিশীল আড্ডা আৰু নাই। শিক্ষিত অশিক্ষিত প্ৰায় ভাগ লোকৰে আড্ডাক 'জুৱা-সংস্কৃতি' আখ্যা দিব লগা অৱস্থাৰ সৃষ্টি হৈছে। গাঁৱৰ চাহ-দোকান, চাৰিআলি চ'ক, সংঘ বা ক্লাবঘৰ আদিতো আজিকালি অবাধ গতিত মুকলিমূৰীয়াকৈ জুৱা চলেই। অত্যন্ত পৰিতাপৰ কথা যে আজি অসমীয়া মানুহে চেগবুজি নামঘৰ, স্কুলঘৰ আৰু চৰকাৰী কাৰ্যালয়ৰ ভিতৰতো জুৱা খেলিবলৈ লৈছে। জাতিটোৰ নৈতিক অৱক্ষয়ৰ ইয়াতকৈ আৰু কি ডাঙৰ প্ৰমাণ লাগিছে! পৃথিৱীৰ কোনো ধৰ্মস্থান বা শিক্ষানুষ্ঠানত জুৱাৰ আড্ডা বহাৰ নজীৰ বোধহয় বিচাৰি পোৱা নাযাব। এই ক্ষেত্ৰত বিশ্বৰ প্ৰথম জাতি বোধহয় আমিয়েই হ'ম।

উন্নয়নমূলক কামৰ বাবে পুঁজি সংগ্ৰহৰ দোহাই দি ভাৰতৰ ৰাজ্যচৰকাৰ সমূহে চৰকাৰীভাৱে পতা জুৱা খেলটোৰ নাম ৰাজ্যিক লটাৰী। এই ক্ষেত্ৰত অসমো পিছ পৰি থকা নাই। এই লটাৰীবোৰে, বিশেষকৈ নিম্ন আয়ৰ মানুহক বেছিকৈ আকৰ্ষণ কৰে। লটাৰীৰ বৃহৎ ধনৰ টোপোলাটোৱে সকলো অভাৱ অনাটন আঁতৰোৱাৰ সপোন ৰচনা কৰি এই শ্ৰেণীৰ মানুহে তাকৰ আয়ৰ ভাল অংশ এটি লটাৰীত খটুৱায়। 'গৰীবি হটাও'ৰ বিপৰীতে শাসন যন্ত্ৰই কেনেকৈ গৰীবকে শোষণ কৰিছে এই লটাৰী সমূহৰ যোগেদি ভাবি চাওঁকচোন। আমাৰ অসম চৰকাৰে এটা কথা মন কৰা উচিত। অসম ৰাজ্যিক লটাৰীয়ে বছৰত যিমানখিনি টকা আয় কৰে, তাতকৈ বহুত বেছি টকা অন্যান্য ৰাজ্যিক লটাৰীবোৰে অসমৰ পৰা লুটি নি আছে বৃহৎ অংকৰ লোভনীয় পুৰস্কাৰৰ টিকেটবোৰেৰে। আনহাতে এই লটাৰীবোৰে এক শ্ৰেণী মানুহৰ মানসিক ভাৰসাম্য নষ্ট কৰিছে।

সেয়ে আমাৰ অনুৰোধ, অসমৰ প্ৰতিজন চিন্তাশীল ব্যক্তিয়ে যেন সময় থাকোতেই জুৱাৰূপী দুষ্কৃতিটোক কি দৰে ধ্বংস কৰিব পাৰি তাৰ উপায় উদ্ভাৱনৰ চেষ্টা কৰে। এই ক্ষেত্ৰত জনকল্যাণমূলক স্বেচ্ছাসেৱী অনুষ্ঠানবোৰেও আগভাগ ল'ব পাৰে। সমাজৰ প্ৰতিজন সচেতন ব্যক্তিয়ে নিজ নিজ অঞ্চলত এনেধৰণৰ অনুষ্ঠানৰ লগ লাগি একোটা আন্দোলনো গঢ়ি তুলিব পাৰে। এদিন অসম্ভৱ যেন লগা কানি-ৰবৰিহো এনেকুৱা একোটা আন্দোলনৰ ফলতেই অসমৰ পৰা বিতাৰিত হৈছিল। গতিকে জুৱা বিতৰণো সম্ভৱ নোহোৱাৰ মানে নাই। জুৱা এক সামাজিক অপৰাধ। সমাজ দেহৰ ই এবিধ ভয়ংকৰ ৰোগ। সাহসেৰে ওলাই আহকচোন এই ৰোগৰ গ্ৰাসৰ পৰা সমাজখনক মুক্ত কৰোঁ। ●

(১ নৱেম্বৰ, ১৯৯২)

# শংকৰদেৱ বঁটা বনাম মধুপুৰ



শংকৰদেৱৰ নামত চৰকাৰীভাৱে এটি বঁটাৰ সৃষ্টি হোৱাটো সন্তোষৰ কথা; কিন্তু বঁটাটোক কেন্দ্ৰ কৰি যি বৃহৎ অপচয়ৰ ধুম উঠিছে তাৰ দ্বাৰা আমাৰ সৰ্বসাধাৰণৰ শংকৰদেৱজনৰ 'গণসত্তা'টোক উপলুণ্ঠা কৰা যেনহে বোধহয়। এইবাৰৰ শংকৰদেৱ বঁটা প্ৰদানৰ অনুষ্ঠানটো আৰু এখোপ চৰা। লাখটকীয়া বঁটাটোৰ নামত হেনো ৪০/৫০ লাখমান টকা খৰচ কৰা হৈছে। ৰাজধানীত পতা এই ৰাজকীয় অনুষ্ঠানটোৰ ঠিকাদাৰী প্ৰক্ৰিয়াত নিশাৰ ভিতৰতে এচাম ধনলোভীলোকৰ পকেট গৰম হৈছে সঁচা, কিন্তু মহাপুৰুষজনাৰ সন্মান বঢ়াবলৈ কৰিবলগীয়া কৰ্ত্তব্যৰ ঘৰটো শূণ্য হৈয়েই থাকিল। শংকৰদেৱৰ নামটো জড়িত হোৱাত বাহিৰে এই বঁটাটোৰ লগত যে প্ৰকৃততে শংকৰদেৱৰ একো সম্পৰ্ক নাই, অৰ্থাৎ শংকৰদেৱ সম্পৰ্কীয় কোনো আঁচনি যে এই বঁটাটোৰ উদ্দেশ্যৰ লগত জড়িত নাই, সেই কথাটো স্পষ্টকৈ চকুত পৰে মধুপুৰলৈ এবাৰ দৃষ্টি নিক্ষেপ কৰিলেই। মধুপুৰৰ বিষয়ে আমি ইয়াৰ আগতে এবাৰ লিখিছোঁ। কিন্তু বঁটাটোৰ উদ্দেশ্যহীন অপচয়ৰ প্ৰসংগই আকৌ আমাক মধুপুৰলৈকে টানি নিছে। যিজনা মহাপুৰুষৰ নামত ইমান ধনৰ অপচয় কৰা হ'ল, মধুপুৰত আজি তেখেতৰ কি অবস্থা হৈছে, মধুপুৰ সত্ৰৰ সত্ৰাধিকাৰে অলপতে আমালৈ লিখা চিঠিখনৰ তলত দিয়া কথাখিনি পঢ়িলেই বুজিব পাৰিব।

'...... বৰ্ত্তমান আমাৰ মধুপুৰ সত্ৰৰ অৱস্থা প্ৰায় নিশকতীয়া। চৰকাৰ তথা আন কোনো অনুষ্ঠান প্ৰতিষ্ঠান বা কোনো হিতাকাংক্ষীলোকৰ পৰা পাব লগা অনুদান আদিৰ অভাৱত সত্ৰৰ বস্তিগছ জ্বলাই থাকিব পৰাটোও এটা আমাৰ চিন্তনীয় বিষয় হৈ পৰিছে। অসমৰ এমুৰীয়া সত্ৰ হিচাপে সকলোৱেই মাহী আইৰ সাদৰ কৰা যেন অনুমান হৈছে। এনে এটি দুৰ্বল অৱস্থাৰ কাৰণেই এই ঐতিহ্যপূৰ্ণ সত্ৰখনিৰ পূৰ্বৰ ঐতিহ্য হ্ৰাস হ'ব লাগিছে। চৰকাৰ এই বিষয়ত প্ৰায় নিমাত...'।

এৰা, চৰকাৰ মধুপুৰ ধামত শংকৰদেৱৰ দেউলীয়া অৱস্থাৰ ক্ষেত্ৰত নিমাত, কিন্তু ৰাজধানীত লাখ লাখ টকা খৰচ কৰি শংকৰদেৱৰ নামত সোচ্চাৰ। এফালে অক্ষয়বন্তি নুমাব খোজা গুৰুজনাৰ ঐতিহ্যবাহী সত্ৰখনিৰ হৃদয়বিদাৰক দৃশ্য আৰু আনফালে তেওঁৰ নামত চলা অনুষ্ঠানত প্ৰাচুৰ্য্যৰ দম্ভ। অকল চৰকাৰী ভাৱেই নহয়, আজি অসমৰ বিভিন্ন নগৰ-চহৰত বেচৰকাৰীভাৱে পতা শংকৰদেৱৰ জন্মোৎসৱ, তিৰোভাৱ, তিথি আদিতো এনেকুৱা প্ৰাচুৰ্য্যৰ পয়োভৰহে মুখ্য কথা হৈ পৰা দেখা গৈছে। বছৰে বছৰে পতা এই অনুষ্ঠানবোৰত গুৰুজনাৰ ৰেডিমেড প্ৰশস্তিহে গোৱা হয় - কিন্তু তেখেতৰ কৰ্মৰাজিক যথাৰ্থভাৱে তুলি ধৰাৰ প্ৰয়াস সিবোৰত অনুপস্থিত। শংকৰদেৱৰ নামত আমি কেৱল মিছা দম্ভালি আৰু ভণ্ডামীহে যে প্ৰদৰ্শন কৰি আহিছো তাৰ প্ৰমাণ হিচাপে আজিও ৰৈ আছে মধুপুৰ সত্ৰ। তেওঁৰ কলা কৃষ্টিক লৈ আমি পাণ্ডিত্যৰ যুদ্ধত অৱতীৰ্ণ হওঁ কিন্তু কাৰ্যত আমি গঠনমূলক একো নকৰোঁ। সেয়েহে শংকৰদেৱ আজি অসমৰ সীমাৰ বাহিৰ হ'ব পৰা নাই। অথচ আজিৰ পৰা পাঁচশ বছৰ আগতে পদব্ৰজে তেজ-মঙহৰ শংকৰদেৱে এই সীমা অতিক্ৰম কৰিছিল।

আকৌ বঁটাৰ কথালৈ আহোঁ। এই বঁটা প্ৰবৰ্ত্তন আৰু তাৰ জৰিয়তে বছৰে বছৰে দুজনকৈ গুণী লোকক গুণৰ মৰ্যদা দিয়াৰ ব্যৱস্থা নিশ্চয় প্ৰশংসনীয় কিন্তু শংকৰদেৱ যিহেতু আছিল প্ৰকৃততে এগৰাকী জন গণৰ মানুহ, গণশিল্পী, তেনে ক্ষেত্ৰত এই বঁটা প্ৰদান অনুষ্ঠানটো ৰাজধানীতেই আবদ্ধ নাৰাখি গণমুখী কৰিব পাৰি নিশ্চয়। এবাৰ মধুপুৰ সত্ৰৰ প্ৰাংগণলৈকে এই অনুষ্ঠানটো নি চাওঁকচোন বাৰু। সৰ্বসাধাৰণ ৰাইজৰ বাবে বহু লাখ টকীয়া ৰভা নালাগে; মুকলি আকাশৰ তলতেই ৰাইজ গোট খাব। আমি জানো, চৰকাৰে সেই কামটো নকৰে। কিয়নো তেনে কৰিলে বাহিৰা লোকৰ চকুত (যিহেতু এই বঁটাৰ লগত অসমৰ বাহিৰৰ গুণীলোক এজনৰ নামো জড়িত হৈ থাকে আৰু এই বঁটা প্ৰদান কৰিবলৈ আন এগৰাকী ভি, ভি, আই, পিক অসমলৈ মতা হয়) মধুপুৰ সত্ৰই যে আমাৰ ভণ্ডামী ধৰা পেলাই দিব। ● *(৮ নৱেম্বৰ, ১৯৯২)*

# কাইলৈৰ নাগৰিক

আমাৰ দেশৰ বিভিন্ন প্ৰান্তত প্ৰায় প্ৰতিদিনে চৰকাৰী বা বেচৰকাৰীভাৱে বিভিন্ন দিৱস বিভিন্ন কিটিপত পালন কৰা হৈ থাকে। সেই নিৰ্দ্দিষ্ট দিনটো অহাৰ কিছুদিন বা কিছুমাহ আগৰ পৰা প্ৰস্তুতি চলে আৰু স্মৃতি গ্ৰন্থ উন্মোচন, বক্তৃতা, বাণী, সাংবাদিকৰ জৰিয়তে বাতৰি কাকতলৈ বিবৃতি আদিৰে দিৱসটো উদযাপন কৰা হয়। তাৰ পাছত 'গালো বালো খোলাকুটিৰ তাল'। এবছৰলৈ সকলো নীৰৱ নিতাল। হৈ গ'ল চব। এনেকুৱা দিৱস কিছুমানৰ আচলতে কোনো দৰকাৰ নাই, তাৰ পৰা লাভতো একো নহয়েই, বৰং সময় আৰু অৰ্থৰ অপচয়হে হয়। কিন্তু চৰকাৰবোৰে একোটা সময়ত যেতিয়া বিভিন্ন সমস্যা সমাধান কৰিব নোৱাৰি জনসাধাৰণৰ মনৰ পৰা আঁতৰিব খোজে তেতিয়া জনপ্ৰিয়তা অৰ্জনৰ কৌশল হিচাপে নানা দিৱসৰ জন্ম দিয়ে। তেনেকৈয়ে সেই দিৱসবোৰ চলি থাকে, চলি থাকিব।

পিছে, কিছুমান দিৱসৰ ক্ষেত্ৰত আমি সচেতন হোৱা ভাল - যিবোৰ দিৱসৰ সুদুৰ প্ৰসাৰী তাৎপৰ্য আছে। তেনে এটা দিৱসেই হ'ল, 'শিশু দিৱস'। এই দিৱস পালন কৰা হয় প্ৰতিটো বছৰৰ 'নেহৰু খুৰা'ৰ জন্ম দিনটোত।

১৮৮৯ চনৰ ১৪ নৱেম্বৰত এই মহান নেতাজনে জন্ম গ্ৰহণ কৰিছিল। আজিৰ শিশু কাইলৈৰ দেশৰ ভৱিষ্যত। নেহৰুৰ ভাষাত 'ৰাষ্ট্ৰৰ শিশুসকল হ'ল এটা ন্যাস পুঁজি আৰু এই ন্যাস আমি কেনেদৰে পৰিচালনা কৰোঁ তাৰ ওপৰতেই ভাৰতৰ ভৱিষ্যত নিৰ্ভৰ কৰিছে।' আৰু শিশু সকলক কৈছিল "স্কুলত তোমালোকে যিবোৰ কথা শিকা সেইবোৰ জীৱনৰ বাবে অতি প্ৰয়োজনীয়। কিন্তু এটা কথা সদায় মনত ৰাখিবা যে শিক্ষা লাভৰ লগে লগে আটাইতকৈ নাপাহৰিবলগীয়া তথা আৱশ্যকীয় কথা হৈছে তোমালোক প্ৰকৃত মানুহ হোৱাটো। বৰ্ণালীময় হৃদয় এখনৰ অধিকাৰী হৈ তুমি নিজৰ লগতে আনৰ জীৱনকো উৎসাহী কৰি তোলা।" এই মহান নেতাজনে শিশু কল্যাণৰ কথা চিন্তা কৰি বিকলাংগ, দুখীয়া শিশু সকলক গুৰুত্ব দি সিহঁতৰ মনত উন্নত চিন্তাধাৰাৰ বীজ সিঁচি দিবৰ চেষ্টা কৰি সিহঁতক 'শান্তিৰ দূত স্বৰূপ' কৰাৰ প্ৰয়াস কৰিছিল।

নেহৰুজীৰ পিছত কিন্তু সেই গুৰুত্ব কমি গৈ ই মাত্ৰ দিৱসত পৰিণত হ'ল। নানা কুচকাৱাজেৰে ৩৬৫ দিনৰ মাত্ৰ এদিন আমি শিশুৰ বাবে সচেতন হওঁ - বাকী ৩৬৪ টা দিনত আমি শিশুৰ বাবে একো নকৰো। সিমানেই আমাৰ শিশুৰ বাবে থকা দায়িত্ব আৰু আন্তৰিকতাৰ লেখ। আমাৰ দেশৰ ৰাস্তাই ঘাটে ভিক্ষা পাত্ৰ লৈ ঘূৰি ফুৰা শিশুসকলক আমি সহজভাৱেই উপেক্ষা কৰোঁ। সিহঁতৰ দৰিদ্ৰতাৰ সুযোগ লৈ তাৰে কিছুমানক আমি ভৃত্য সজাওঁ। তেনেকৈয়ে আমি 'সুনাগৰিক' সকলে আভিজাত্যৰ বৰাই কৰোঁ। প্ৰতিদিনে আনকি ১৪ নৱেম্বৰৰ দিনাও যদি আপুনি ৰেলগাড়ীত ভ্ৰমণ কৰে, দেখিব আপুনি খোৱা চিগাৰেটৰ টুকুৰা, বাদামৰ বাকলি আদিয়ে লেতেৰা কৰা ডবাটো কিছুমান শিশুৱে অতি নিষ্ঠাৰে চাফা কৰি আছে। তাৰে বেছিভাগ শিশু বিকলাংগ। কাম কৰি উঠি সিঁহতে আপোনাৰ ওচৰত হাত পাতিছে। কোনোবাই দিছে, কোনোবাই ভেকাহি মাৰিছে। ভেকাহি মাৰিবলগীয়া কিয় হয়? সেয়াটো ভিক্ষাও নহয়। শ্ৰমৰ বিনিময়ত পাৰিশ্ৰমিক। এইখিনিতে প্ৰশ্ন হয়, ৰেল বিভাগে ডবাৰ তত্ত্বাবধান ল'বলৈ নিয়োগ কৰা কৰ্মচাৰীসকলক কামৰ পৰা বিদায় দিছে, নে সেই কৰ্মচাৰীসকলে দৰমহা লৈ এই শিশুসকলক কৰ্মসংস্থাপন দিছে?

সাতটাকৈ পাঁচবছৰীয়া পৰিকল্পনা সমাপ্ত হোৱাৰ পিছতো স্বেচ্ছাসেৱী অনুষ্ঠান আৰু মিছনেৰী সকলক বাদ দি আমাৰ চৰকাৰী খণ্ডৰ আঁচনিত শিশুসকল প্ৰকৃততে কিমান উপকৃত হৈছে সেয়া সন্দেহৰ বিষয়। আমি ভাবো, এদিন শিশুসকলক ভাল আহাৰ খুৱালেই, সিহঁতৰ মাজত বিভিন্ন প্ৰতিযোগিতাৰ আয়োজন কৰিলেই, বিনামূলীয়াকৈ চিনেমা দেখুৱালেই আমাৰ দায়িত্ব শেষ বুলি ভবাটো মূৰ্খামি। এই আন্তৰিকতাহীন আনুষ্ঠানিকতা বাদ দি প্ৰকৃতাৰ্থত শিশুৰ হিত সাধনৰ বাবে চৰকাৰ আৰু ৰাইজ মিলি কিছুমান কাৰ্যকৰী আঁচনি লৈ তাক সফলভাৱে ৰূপায়ণ কৰাৰ সময় আহি পৰিছে। নহ'লে আমাৰ ভৱিষ্যত সকলৰ ভৱিষ্যত তেনেই অন্ধকাৰ; তাৰ লগে লগে দেশৰ ভৱিষ্যতো অন্ধকাৰ হৈ পৰাটো ধ্ৰুৱৰূপ।

আমি ব্যক্তিগত ভাৱেই হওঁক বা সামাজিকভাৱে কোনো অনুষ্ঠানৰ জৰিয়তেই হওঁক, বহু সময়ত একোটা কামত প্ৰয়োজনতকৈ বেছিকৈ খৰচ কৰোঁ - যাক এক প্ৰকাৰ অপচয় বুলিয়ে ক'ব পাৰি। ব্যক্তিয়ে বা অনুষ্ঠানে যদি অপচয় বুলি ভবা ওপৰঞ্চি ধনখিনি শিশু কল্যাণৰ বাবে ৰাহি কৰি আন আন ব্যক্তি বা অনুষ্ঠানকো তেনেকুৱা কামৰ বাবে আগ্ৰহী কৰি তুলিব পাৰে, তেতিয়া হ'লে অঞ্চলে অঞ্চলে একোটা শিশু কল্যাণ অনুষ্ঠান গঢ়ি তোলাটো একো টান কথা নহয়। চৰকাৰৰ সহায় নোলোৱাকৈও সদিচ্ছা থাকিলে সেই কাম কৰিব পাৰি। ●

*(১৫ নৱেম্বৰ, ১৯৯২)*

# অনুভৱ



**ইংৰাজী স্কুল ঃ**

জাপান হেনো সূৰ্য উঠাৰ দেশ। কিন্তু মই অনুভৱ কৰোঁ, জাপান সূৰ্য লুকুৱাই ৰখা দেশ। এইকেইদিন ইয়াত বিভিন্ন কাকত পত্ৰত প্ৰধান মন্ত্ৰী জাপান ভ্ৰমন কৰা সংক্ৰান্তত বহুতো বা বাতৰি আৰু নিবন্ধ ওলাইছে। সেইবোৰৰ কিছু পঢ়ি অনুভৱ হৈছে, জাপান হেনো অতি পৰিষ্কাৰ দেশ। সাধাৰণ নাগৰিকে যিখিনি সা-সুবিধা ভোগ কৰে সি আমাৰ কল্পনাৰো অতীত। এজন সৰ্বসাধাৰণ জাপানীৰ ঘৰত ৰঙীন টি, ভি, ৰেফ্ৰিজেৰেটৰ, টেপ ৰেকৰ্ডাৰ, টেলিফোন, আনচাৰিং মেচিন, কাপোৰ ধোৱা মেচিন, পাকঘৰৰ সকলো আধুনিক

সা-সুবিধা, গৰম ঠাণ্ডা পানীৰ ব্যৱস্থাৰে গা-ধোৱা কোঠাৰ সৈতে আটকধুনীয়া ফ্লেট। ওচৰ চুবুৰীয়াৰ লগত মধুৰ সম্পৰ্কৰে জাপানী সকলৰ জীৱন। মটৰ গাড়ী, ৰেলগাড়ী, চিনেমা, ৰাস্তা ক'তো হাই-উৰুমি নাই। সুন্দৰ নিয়মানুবৰ্তিতা। তৰ্ক-বিতৰ্ক যা-তা চিএৰি আড্ডা তাত ক'তো দেখা পোৱা নাযায়। অথচ এই ক্ষুদ্ৰ দেশখনৰ নিজস্ব প্ৰাকৃতিক সম্পদ বিশেষ একো নাই। দ্বিতীয় মহাসমৰত নাগাচাকি আৰু হিৰোছিমাৰ এটম বোমাই যি আছিল তাকো নিঃশেষ কৰি গৈছে। এই ক্ষুদ্ৰ দেশখনে শক্তি (প্ৰজ্বলন সামগ্ৰী) আদি আহৰণ কৰে উপকূলৰ পৰা। লোহা অষ্ট্ৰেলিয়া আৰু ভাৰতৰ পৰা আৰু সকলো প্ৰযুক্তি বিদ্যা অতি উচ্চ দামত কিনি আনে আমেৰিকা আদি উন্নত দেশৰ পৰা। তথাপি এইখন দেশে আজি পৃথিৱীৰ অৰ্থনৈতিক বুৰঞ্জীত এক বিশেষ স্থান অধিকাৰ কৰিছে। কোনে জানে বুদ্ধধৰ্মীয় চুটি-চাপৰ মানুহখিনিৰ ইচ্ছাতে হয়তো এদিন পৃথিৱীৰ সূৰ্য কেতিয়া উঠিব, কেতিয়া ডুবিব নিয়ন্ত্ৰিত হ'ব। এই সকলো কৃতকাৰ্যতাৰ গুৰিতে আছে বাস্তৱ সুন্দৰ পৰিকল্পনা আৰু জনসাধাৰণক কৰ্মময় জীৱনেৰে পৃথিৱীক দেখুৱাই দিয়াৰ ইচ্ছা শক্তি। জাপানতকৈ বহুত বেছি প্ৰাকৃতিক সম্পদ থাকিও আজি আমি সৰ্বহাৰাৰ শাৰীত থিয় হৈছো। আমাক হাত নালাগে। আমাক মুখ লাগে। পৃথিৱীত যদি কোনো দেশে কিবা প্ৰয়োজনত হাত আমদানি কৰে তেতিয়া হ'লে প্ৰথমে অসমে বিক্ৰি কৰিব আৰু কোনোবাই যদি মুখ তৈয়াৰ কৰি ৰপ্তানি কৰে সেই মুখ আটাইতকৈ বেছি আমদানি হ'ব অসমলৈ। অসমীয়াৰ হাত আৰু মগজুৰ প্ৰয়োজনা নাই। আৰে ভাই, কিছু সঁচা অৰ্থত পঢ়া-শুনা কৰি বিশ্বৰ Information গোটোৱানা। Information gives you inspiration. Than you can realise to do something understand.

**ঈশ্বৰ নিচিনো তোমাক :**

ইয়ালে আহি বৃন্দাবন, মথুৰা, হৰিদ্বাৰ, ঋষিকেশ আদি তীৰ্থস্থানবোৰ ঘূৰি ফুৰোঁতে কিছু কথা চিন্তা কৰিলোঁ। কেইবছৰমান আগতে তিৰুপতিলৈও গৈছিলো। এইবেলি আই কংগ্ৰেছৰ মহাসভা তিৰুপতিত হৈছিল। তাত বহুতো নতুন পুৰণি আই কংগ্ৰেছী, ৰজা মহাৰজাৰ সৈতে অসমৰ পৰাও আহিছিল। সেইসকল প্ৰজাৰঞ্জকে নিশ্চয় দেখা পাইছে যে, ঈশ্বৰক বা দেৱতাক লৈ কি পৰিকল্পিতভাৱে ব্যৱসায় কৰিছে। কিমান হোটেল, কিমান ধৰ্মশালা, কিমান ধৰ্মীয় দোকান, কিমান বিভিন্ন গাড়ী আৰু বহুত। ঈশ্বৰ বা দেৱতাক লৈ কেনেকৈ এখন

ৰাজ্য অৰ্থনৈতিকভাৱে লাভবান হ'ব পাৰে তাৰ সুন্দৰ নিৰ্দশন এইবোৰত পোৱা যায়। ঈশ্বৰ বা ভগবান বা যি কোনো দেৱতাই আমাক directly টকা নিদিয়ে। কিন্তু তেৰাসবক লৈ অৰ্থনৈতিক দিশ টনকিয়াল কৰিব পাৰি। হৰিদ্বাৰত জনসংখ্যা প্ৰায় এক লাখ। বহুত হোটেলৰ ওপৰিও ২৫০ খন ধৰ্মশালা আছে। এই একলাখ মানুহ হৰিদ্বাৰৰ তীৰ্থযাত্ৰীক লৈ জীয়াই আছে। ঠিক সেইদৰে ভাৰতৰ অন্য অন্য প্ৰান্তত থকা তীৰ্থস্থানবোৰত বসবাস কৰা লাখ লাখ মানুহ কেৱল তীৰ্থস্থান দৰ্শন কৰিবলৈ অহা তীৰ্থযাত্ৰীৰ ওপৰত ভিত্তি কৰিয়ে অৰ্থনৈতিক ভেটি গঢ়িছে। গুৱাহাটীৰ আশে পাশে শ শ দেৱ দেৱীৰ মন্দিৰ আছে। বাইহাটা চাৰিআলিৰ 'কামদেৱৰ মন্দিৰ', হাজোৰ 'মাধৱ মন্দিৰ' হিন্দু আৰু বুদ্ধ ধৰ্মী তীৰ্থস্থান, 'পোৱা মক্কা', হিন্দু আৰু মুছলমানৰ সম্পৰ্কৰ এনাজৰীৰ সুন্দৰ নিদৰ্শন (ভাৰতত ক'তো পাবলৈ নাই); আৰু গুৱাহাটীৰ প্ৰায় ১৫০ কিঃমিঃ দূৰৰ মানস অভয়াৰণ্যলৈ অসম পৰ্যটক বিভাগে সুন্দৰ সুন্দৰ পৰিকল্পনা লৈ পৰ্যটক আৰু তীৰ্থযাত্ৰীৰ বাবে ব্যৱস্থা কৰি অসমৰ অৰ্থনৈতিক ভেটি সুদৃঢ় কৰিব পাৰে। লগে লগে হেজাৰ হেজাৰ অসমীয়াই পাব কৰ্মসংস্থান। আমাৰ চৰকাৰে তেনেকৈ ভাবিবলৈ পৰ্যটন বিভাগে অসমক লৈ কিছু মগজু খটুৱাওক।

**সাৱধানৰ বিনাশ নাই ঃ**

যোৱা ২৭ জুনত দিল্লীত National Media Centre - এ এখন 'ডায়েবেটিছ' বেমাৰ সম্পৰ্কে ছেমিনাৰ পাতে। তাত ডঃ এম, চি শ্ৰীবাস্তৱ, বিশ্বৰ স্বাস্থ্য সন্থাৰ (WHO); Dr. Anng Thang Batu, Dr. M.S Ahuja আদিয়ে অংশ গ্ৰহণ কৰিছিল। বৰ্তমান ভাৰতবৰ্ষত ৩২ মিলিয়ন মানুহেই 'ডায়েবেটিছ' ৰোগত ভূগিছে। বেছি ভাগ মানুহেই এইৰোগত ভোগাৰ একমাত্ৰ কাৰণ হৈছে, এই বেমাৰক ক'ণ্ট্ৰল কৰিব পৰা জ্ঞানৰ অভাৱ। ডায়েবেটিছ ৰোগ ধৰা পৰাৰ লগে লগে যদি ৰোগীজনে ডাক্তৰৰ পৰামৰ্শমতে নিজকে নিয়ন্ত্ৰণ কৰি চলে, তেতিয়া হ'লে আম আন ভাল ভাল মানুহৰ দৰে ডায়েবেটিছ বেমাৰীয়েও স্বচ্ছন্দে গোটেই জীৱন কটাব পাৰে। বৰ্তমানে ভাৰতবৰ্ষত ৫০ শতাংশ heart attack, ৪০ শতাংশ stroke, ৩০ শতাংশ Kidney failure, ২০ শতাংশ blindness ডায়েবেটিছৰ পৰা হয়। চেনি, মিঠা বস্তু, কেঁচা নিমখ, মাটিৰ তলৰ বস্তু আদি কম খাব লাগে। দৈনন্দিন আহাৰো যিমান পাৰি কমাই খাব লাগে। আমাৰ এষাঁকি কথা আছে নহয় 'মানুহ নেখাই নমৰে, খাইহে মৰে' গতিকে......।●

*(৫ জুলাই, ১৯৯২)*

# আৰু কিছুকথা

হে গুৱাহাটী তুমি .......

দিল্লীৰ পৰা ৫২ কিঃ মিঃ দূৰত মেৰুট। ৰাস্তাৰ কাষত এখন নতুন চহৰ হৈছে। মাটি কালি ৭০০ বিঘা। সেই মাটি কিনা হৈছিল প্ৰতি বৰ্গ মিটাৰত ৮০ টকাকৈ। চহৰখনৰ মালিক অৰুণলাল জৈন। তেখেত টায়াৰ, চিমেণ্ট আৰু বিজুলী ট্ৰেন্সফৰ্মাৰ তৈয়াৰ কৰা উদ্যোগৰ মালিক তথা মেৰুট চহৰৰ মেয়ৰ। চহৰখনৰ নাম 'ফান চিটি' (Fun City)। সৰু ল'ৰা-ছোৱালীৰ বাবে কি নাই তাত। থলুৱা নাচ গান, মুক্ত আকাশৰ তলত থিয়েটাৰ, সঁচা হাতী, ঘোঁৰা, উট, কৃত্ৰিম হাতী, ঘোঁৰা, বাঘ, ভালুক ইত্যাদি........। কোনে কি খেলিব? ল'ৰা-ছোৱালীৰে নহয়, ডাঙৰবো মূৰ ঘূৰাই যায়, কাণ্ডকাৰখানা দেখি। সামান্য প্ৰৱেশ মূল্য দি তাত সোমাবলগীয়া হয়।ছুটীৰ দিনত ৮০ হেজাৰ পৰ্যন্ত বিক্ৰী হয়। টিকটো সাধাৰণতে দৈনিক গড়ে ২০ হেজাৰৰ আশে পাশে থাকে। তাত প্ৰায় ২০০ কৰ্মীয়ে কাম কৰে। সেই একেজন মানুহেই, সৰু ল'ৰা-ছোৱালীৰ বাবে ৩০০ বিঘা মাটিত 'আপ্পু ঘৰ' নামৰ বংগালয় বনাইছে। সেয়া দিল্লীৰ পৰা ৭০ কিঃমিঃ মান হৰিদ্বাৰৰ ৰাস্তাৰে গ'লে পোৱা যায়।

এমাহমান আগৰ কথা, বিশেষ কাম এটাত ৰাতি পুৱাই শিক্ষামন্ত্ৰীৰ বাসভৱনলৈ গৈ বাৰান্দাত বহিলোঁ। ইতিমধ্যে শিক্ষামন্ত্ৰীৰ সাক্ষাৎপ্ৰাৰ্থী এগৰাকী ভদ্ৰমহিলা তাত বহি আছিল। মাত্ৰ আমি দুজন। আন কোনো নাই। ওচৰে-পাজৰে হাতত্তে ঢুকি পোৱাকে পঢ়িবলৈও একো নাই। কিছু অস্বস্তি বোধ কৰি ভদ্ৰমহিলাক মাত লগালোঁ, 'আপুনি চাগে কিবা কামত ইয়ালৈ আহিছে?' কথাৰ মাজেদিয়ে চিনাকি পৰ্ব আৰম্ভ হ'ল। তেখেতৰ পৰিচয়ঃ 'ছেণ্টিনেল'কাকতৰ সম্পাদক ধীৰেণ বেজবৰুৱা ডাঙৰ পত্নী। তাৰে আমাক 'কটন'ত পঢ়াইছিল বুলি কোৱাত আত্মীয়তা বাঢ়িল। তেখেতে সৰু ল'ৰা-ছোৱালীৰ উৎকৰ্ষ সাধনৰ বাবে

গুৱাহাটীত কিবা কিবি কৰি আছে। মোক ক'লে, "চোৱা লহকৰ, ল'ৰা-ছোৱালীৰ সৰু কাল ছোৱাত সিঁহতৰ মন, চিত্ত, বুদ্ধিমত্তাৰ উৎকৰ্ষ সাধিবলৈ মুকলি মূৰীয়াকৈ, নিয়মানুবৰ্তিতা ৰক্ষা কৰি সিহঁতক খেলিবলৈ দিব লাগে। বিদেশত ইয়াৰ বাবে চৰকাৰে যথেষ্ট টকা খৰছ কৰে। ইও শিক্ষাৰ এটি প্ৰধান অংগ। কিন্তু আমাৰ অসমত? গাওঁ-ভূঁইৰ কথা বেলেগ। গুৱাহাটীত ল'ৰা-ছোৱালীয়ে খেলিবলৈ এটুকুৰা মুকলি ঠাই নোহোৱা হ'ল। চৰকাৰৰ কোনো চিন্তা নাই। ৰাইজৰো কোনো সচেতনতা নাই।" এই প্ৰসংগতে আৰু ক'লে, "আমি গৰীব। আমাৰ যেনিবা বহুত টকা খৰছ কৰি আধুনিক সা-সৰঞ্জাম কিনাৰ সামৰ্থ নাই। কিন্তু অতি কম খৰছতে আমি বিভিন্ন ৰঙৰ দীঘল ফিটা কিনি তাকেই মাৰি একোডালৰ মূৰত বান্ধি সেই মাৰিবে 'চাৰ্কাছ'ৰ দৰে খেলিবলৈ দিব পাৰোঁ। সিহঁতে আনন্দও পাব। ব্যায়ামো হ'ব।" ..... ফান চিটি দেখি বাইদেউলৈ মনত পৰিছিল। দুঃখ লাগিল। হায় অসমীয়া! হায় গুৱাহাটীৰ নাদত গদা ঘূৰোৱাসকল, থিতাতে গদা ঘূৰাই আৰু কিমান ক্ষত বিক্ষত হ'বা! এদিন মৰি থাকিব লাগিব। কিছু চিন্তা কৰা বন্ধু।

হোটেল ময়ুৰ অসম।

দিল্লীত এইখন হোটেলত আছিলোঁ। স্বাভাৱিকতে 'অসম' শব্দটোৱে মোৰ দৰে বহুতকে আকৰ্ষণ কৰে। এইখন গুৱাহাটীস্থ পল্টন বজাৰৰ ময়ুৰ হোটেলৰ মালিকৰ হেনো। পিছে অসম নামটোৰ বাদে ইয়াত আমাৰ অসমত্ব একো নাই। তিনিজন অসমীয়া ল'ৰাক 'বয়' কৰি ৰাখিছে। মেনেজমেণ্ট নাই, মেইণ্টিনেন্স নাই। অসমীয়া মানুহৰ উপৰি ইয়াত বিদেশী মানুহো থকা দেখিছোঁ। বিদেশীসকল অনুসন্ধিৎসু। কোনে জানে হয়তো অসমৰ প্ৰতি থকা তেওঁলোকৰ অনুসন্ধিৎসুতাৰ বাবেই ইয়ালৈ থাকিবলৈ আহে। তাত থাকি অসমৰ কিছু তথ্য সংগ্ৰহ কৰিব পাৰেই কিজানি! তাত নিশ্চয় থাকিব পাৰে অসমৰ অভয়াৰণ্যৰ আলোকচিত্ৰ, থাকিব পাৰে ফুলাম জাপি, থাকিব পাৰে গামোচা, থাকিব পাৰে লোকনৃত্যৰ ফটো, আৰু ক'ত কি! কিন্তু তাত একো নাই। তাৰোপৰি ভ্ৰমণকাৰী সকলৰ সুবিধাৰ বাবে হোটেল কৰ্তৃপক্ষই যি গাড়ী আদিৰ সুবিধা কৰি দিয়ে, তাৰো কমিচন আনতকৈ বেছি। এইখিনি লিখিব লগা হ'ল এই কাৰণে যে, হোটেলখনৰ নামৰ লগত অসমৰ 'ইমেইজ' জড়িত হৈ আছে। সেইবাবে আমি অসমীয়া লোক সকলৰ উপৰিও বিদেশী মানুহো তালৈ আহে। পিছে অসম নামটোকে কেৱল ধন ঘটাৰ আহিলা হিচাপে নলৈ ৰাজ্যখনৰ প্ৰতি অলপমান সেৱা আগবঢ়োৱাৰ মনোভাৱ ল'লেও মালিকৰ ক্ষতি এৰো নহয়। তিনিটা অসমীয়া ল'ৰাক 'চাকৰ' (বয়) কৰি ৰাখিলেই অসমীয়াৰ প্ৰতি সুবিচাৰ কৰা হয় জানো? ●

(১২ জুলাই, ১৯৯২)

# বিবেকৰ অধিকাৰ



ইয়'ৰ অনাৰ, যি দুজন অপৰাধীৰ বিপক্ষে মই আজি ওকালতি কৰিবলৈ ওলাইছো, মই নিজে দুঃখিত আৰু লজ্জিত। সময় বৰ নিষ্ঠুৰ। গতি আৰু নিষ্ঠুৰ; অৱশ্যে প্ৰয়োজনীয়। এই দুয়োজন অপৰাধী উচ্চ শিক্ষিত আৰু সমাজৰ এক নম্বৰ নাগৰিক। ইয়াৰে এজনে - যিয়ে আজি নিজৰ অপৰাধৰ বাবে কাঠগড়াত থিয় হ'ব লগা হৈছে - ঠিক তেনেকৈ কাঠগড়াত থিয় দিয়া অইন অপৰাধী, নিৰপৰাধীৰ হৈ এদিন ওকালতি কৰিছিল। আৰু আনজনে ভৱিষ্যত বংশধৰসকলক জ্ঞান দিয়াৰ উপৰিও জাতিৰ বাবে 'মোষ্ট ইম্প'ৰটেন্ট প্ৰডাক্ট'। এই দুজনে কিছুবছৰ আগতে দেশত হোৱা অভূতপূৰ্ব 'হট্টগোল'ৰ লগত জড়িত বাবে বিভিন্ন কায়দা কৌশল কৰি জনসাধাৰণক প্ৰৰোচিত কৰিছিল।

- আই অব্জেক্ট ইয়'ৰ অনাৰ -

- অব্জেক্চন কলড আইট। প্ৰচিড্ অন -

ইয়'ৰ অনাৰ, সেই সময়ত নিজকে কৃতিমান বুলি ভবা বহুতো বুদ্ধিজীৱি ইয়াৰ লগত জড়িত হৈ আছে। যি সকলে এই হট্টগোলৰ বিপক্ষে মাত মাতিছিল, তেওঁলোকৰ বহুতে 'হট্টগোল'ৰ অনুচৰসকলৰ দ্বাৰা লঘু-লাঞ্ছিত হৈছিল। বহুবছৰ এই হট্টগোল কৰাৰ পাছত, প্ৰায় সাতশমান অজ্ঞ জনসাধাৰণক হট্টগোল যজ্ঞত আহুতি দিয়াৰ পিছত উৰ্দ্ধতন কৰ্তৃপক্ষই উপায়হীন হৈ সন্ধি কৰি জনসাধাৰণৰ ৰায় বিচাৰিছিল। লগে লগে হট্টগোলকাৰীয়ে ৰাজনৈতিকভাৱে জনগণক সঠিকপথৰ সন্ধান দিবলৈ 'জ্ঞানী' নামৰ দল এটা গঠন কৰিলে। সকলো অভিলেখ ভংগ কৰি 'জ্ঞানী' দলে চৰকাৰ গঠন কৰিলে। হট্টগোলত উজান দিয়া বাহিজে স্বস্তিৰ নিশ্বাস পেলালে।

- ইয়'ৰ অনাৰ, মাননীয় অধিবক্তাই অপ্ৰাসংগিক ভাৱে মূল বক্তব্যৰ পৰা আঁতৰি গৈছে।

- প্ৰাসংগিকতা আছে, ইয়'ৰ অনাৰ।

- প্ৰচিড.অন -।

- কিন্তু ৰাইজৰ স্বস্তি অতি সোনকালে অস্বস্তিত পৰিণত হ'ল। 'জাপী' তথা জনতাৰ নেতাবিলাকৰ খোৱা-কামোৰত দেশৰ অগ্ৰগতিত বাধা পৰিল। নেতাবোৰ নিজক লৈ ব্যস্ত হৈ পৰিল। বহুতো প্ৰকৃত দেশপ্ৰেমী, জাতিপ্ৰেমী এই কাণ্ড-কাৰখানা দেখি বোবা হৈ ৰ'ল। সময় বাগৰিল ...... লাহে লাহে ৰাজভঁৰাল উদং হ'ল। লগে লগে নেতাবোৰৰ অনুচৰবিলাকৰ পোহপাল দিয়া অসম্ভৱ হ'ল। এচামে অতিষ্ঠ হৈ কিবা এটা ঘটাবৰ অন্য পথ বাছি ল'লে।

- কাম টু দা পইন্ট।

- ছ'ৰী, ইয়'ৰ অনাৰ। ঠিক এনেদৰেই সৃষ্টি হ'ল এক অৰাজকতা গোটেই ভূখণ্ডতে। আকৌ ৰাইজৰ ৰায়ৰ দিন আহিল। 'জাপী' ফাটি টুকুৰা টুকুৰ হ'ল। বিভিন্ন খোৱা সামগ্ৰী আৰু প্ৰসাধনৰ সামগ্ৰীৰ কোম্পানী সমূহে বিক্ৰী কম হ'লে সময়ে সময়ে **'Extra strength'**, **`Double action'**, **`Vitamin with protein** আদি লেবেল লগোৱাৰ দৰে 'জাপী'ৰ টুকুৰাবোৰেও 'নতুন জাপী' 'জাপী মঞ্চ' আদি লেবেল লগালে। কাম নহ'ল। ৰাইজে আকৌ নতুন বটলত পুৰণি মদ ভৰালে।

- ইয়'ৰ অনাৰ, ধৰি লোৱা হ'ল, গোটেই 'জাপী' দলটোৱে নিজৰ মূৰ্খামিৰ বাবে ছেদেলি-ভেদেলি হ'ল। ধৰি লোৱা হ'ল, পূৰ্বৰ 'জাপী'ৰ দলটোৰ সকলো সদস্য অপৰাধী; মই প্ৰশ্ন কৰো, ইয়'ৰ অনাৰ; সকলো 'জাপী' সদস্যক অপৰাধী নকৰি মাত্ৰ এই দুজনক অপৰাধী কৰাৰ যুক্তি ক'ত?

- যুক্তি আছে ইয়'ৰ অনাৰ। এই দুজন ব্যক্তিৰ এজনে 'জাপী'ত আৰু আনজনে 'জাপী'ৰ দোষ-ত্ৰুটি আঁতৰাই জাতিৰ বাবে সুন্দৰ ভৱিষ্যত কঢ়িয়াই আনিব বুলি ৰাইজক প্ৰতিশ্ৰুতি দিছিল, 'নতুন জাপী' নাম লৈ। এতিয়া উক্ত দুজন ব্যক্তিয়ে কিছুমান টুলুঙা যুক্তি দশাই 'জাপী' আৰু 'নতুন জাপী'ৰ পৰা পদত্যাগ কৰিছে। মহামান্য আদালতৰ ওচৰত আমাৰ অনুৰোধ, যিহেতু সেই দুজন ব্যক্তি মূৰ্খ নহয়, এখেতসকল গুণী, জ্ঞানী, সমাজৰ প্ৰথম শ্ৰেণীৰ ব্যক্তি, সেয়ে এখেতসকলৰ -

১ নং অপৰাধ ঃ- এওঁলোক জনসাধাৰণক 'হুলুগোল'ৰ বাবে অনুপ্ৰাণিত কৰাৰ দোষত দোষী।

২ নং অপৰাধ ঃ-দুয়োজনকে জনতাই তথা 'জাপী'য়ে যি দায়িত্ব অৰ্পণ কৰিছিল সেই দায়িত্ব ভালদৰে পালন কৰা নাছিল।

৩ নং অপৰাধ ঃ- 'জাপী' আৰু 'নতুন জাপী'য়ে বৰ্তমান পৰিস্থিতিত সকলো কথা নতুন ধৰণে বিশ্লেষণাত্মক দৃষ্টিভঙ্গীৰে চাঁহিয়াই চাই নতুনকৈ চিন্তা কৰাৰ যি সময় সমাগত, ঠিক সেই সময়তে এই দুজন ব্যক্তিয়ে যুক্তিহীনভাৱে নিজৰ নিজৰ দলৰ পৰা পদত্যাগ কৰিলে। মহামান্য আদালতে এইটোও জানে যে গণতন্ত্ৰত শক্তিশালী বিৰোধী দলৰ অতি প্ৰয়োজন। এই দুজন ব্যক্তিয়ে ৰাইজক, দলক প্ৰতাৰণা কৰিছে। এওঁলোক জনতাৰ শত্ৰু। এওঁলোক জঘন্য অপৰাধী।

- নো, নো, নো ইয়'ৰ অনাৰ। মাননীয় অধিবক্তাই কোৱা ধৰণে এওঁলোক গণশত্ৰু হ'ব নোৱাৰে। মাননীয় অধিবক্তাই মহান আদালতক বিপথে পৰিচালিত কৰাৰ চেষ্টা কৰিছে। সকলো অভিযোগ মিছা। যুক্তিহীন প্ৰৰোচনামূলক। কাৰণ, সকলোৰে ওপৰত আই মিন, আদালতৰ আইন, গণতন্ত্ৰ, সংবিধান আদি সকলোৰে ওপৰত আৰু এটা বস্তু আছে।

- কি সেই বস্তু?

- মানৱ অধিকাৰ।

- আই অবজেক্ট, ইয়'ৰ অনাৰ। সুশৃংখলিত, সুসভ্যভাৱে, সাংস্কৃতিক মন লৈ বাচি থাকিবৰ বাবে নিয়ম, নীতি আৰু আদৰ্শৰ ভিত্তিত ৰচনা কৰা হয় সংবিধান। মানৱ অধিকাৰক জড়িত কৰিয়েতো সংবিধান ৰচনা কৰা হয়। গতিকে সুকীয়াকৈ মানৱ অধিকাৰৰ প্ৰশ্নই উঠিব নোৱাৰে। সংবিধানক নিলগাই ৰাখি মানৱ অধিকাৰ বিচৰাটো হাস্যকৰ। মুঠতে এওঁলোক দোষী। এওঁলোক অপৰাধী, এওঁলোকক শাস্তি দিয়ক, ইয়'ৰ অনাৰ।

(হঠাৎ অপৰাধীদ্বয়ে চিঞৰি উঠিল।)

- নো, নো, এইটো কেতিয়াও হ'ব নোৱাৰে। আমি দলৰ পৰা পদত্যাগ কৰিলেও এতিয়াও জনসাধাৰণৰ অতি প্ৰিয়। এতিয়াও জনতাই আমাক মেলে - মিটিঙে মাতি গামোচা দিয়ে। ফুলৰ মালা পিন্ধায়। আমাক আপোনালোকে কি বুলি ভাবিছে? নামানো এই বিচাৰ। কি অধিকাৰত জনতাৰ জনপ্ৰিয় নেতাক আদালতত থিয় কৰাই বিচাৰ কৰিব? কি অধিকাৰ আছে আপোনালোকৰ?

কি ? কি? কি অধিকাৰ.....?

(দৰ্শকৰ শাৰীত অদৃশ্য হৈ বিচাৰ প্ৰত্যক্ষ কৰা, 'হট্টগোল'ত নিহতসকলৰ আত্মাই হঠাৎ সমস্বৰে চিঞৰি উঠে: বিবেকৰ অধিকাৰ। ●

(১৯ জুলাই, ১৯৯২)

# কৃষকৰ শ্মশান যাত্ৰা



আজি কিছুদিন আগতে ৰাজ্যৰ কাকত এখনত চৰকাৰে অসমৰ কৃষিজাত বস্তুৰ উৎপাদন বৃদ্ধি হোৱা বুলি তথ্য প্ৰচাৰ কৰিছে। সেই তথ্য প্ৰচাৰ কৰি চৰকাৰ কিমান সুখী হৈছে নাজানো, আমি কিন্তু মুঠেই সুখী নহওঁ। কিয়নো উৎপাদন বৃদ্ধিৰ বিপৰীতে অসমৰ কৃষকৰ অৰ্থনৈতিক উন্নতি একো হোৱা নাই। আমি জনা তথ্য মতে ৮৫ শতাংশ মানুহ গাঁৱত, মানে কৃষি প্ৰধান অঞ্চলত বাস

কৰে। ৰাজ্যখনৰ জনসংখ্যাৰ ৮৭.১৫ শতাংশ মানুহ দৰিদ্ৰ সীমাৰেখাৰ তলত। এই শতাংশৰ গৰিষ্ঠ সংখ্যক মানুহেই গাঁৱত বাস কৰা লোক। এওঁলোকৰ জীৱিকাৰ একমাত্ৰ সম্বল কৃষি। অসমৰ এই বৃহৎ সংখ্যক কৃষকৰ দুঃখ আজি কুলাহ্-পাচিয়ে নধৰা হৈছে। কৃষি কৰ্মৰ উৎকৰ্ষৰ বাবে কৃষি, জলসিঞ্চন, পশু আদি যি কেইটা বিভাগ আছে সেই কেইটা বিভাগৰ বিষয়া কৰ্মচাৰীৰ দৰমহা আৰু নিষ্ফল আঁচনি সমূহত ব্যয় হোৱা বৃহৎ পৰিমাণৰ ধনখিনি যদি কৃষকসকলক ভগাই দিয়া হয় তেতিয়াহ'লে কৃষকসকল বেছি উপকৃত হ'লহেঁতেন। ৰাজধানীৰ পৰা কৃষকৰ ওচৰ পোৱাৰ আগতে চৰকাৰী আঁচনিসমূহ আদবাটতে খৰখৰ দৰে পমি যায় অথবা পঁয়া লগা কিবা এটা হৈ কৃষকৰ মাজত এটি প্ৰকৃতৰূপে থিয় হয়, যাৰ ফলত কৃষকসকলে ইয়াৰ পৰা বাঞ্ছিত ফল লাভ কৰিব নোৱাৰে। অসমৰ ৮১ শতাংশ কৃষকৰ আধুনিক কৃষি সঁজুলি পোৱাৰ বা পালেও মেৰামতি কৰাৰ ব্যৱস্থা, পশু চিকিৎসাৰ ব্যৱস্থাক ঢুকি পোৱাৰ কোনো সুবিধা নাই। ৭০ শতাংশ কৃষকৰ ঘৰ নাই। ৬৫ শতাংশৰ চিকিৎসাৰ সুবিধা নাই। ৬২ শতাংশ কৃষকৰ উৎপাদিত কৃষিজাত সামগ্ৰী বিক্ৰী কৰিবলৈ বজাৰ নাই। বিক্ৰীৰ বাবে তেওঁলোক দালালৰ হাতৰ মুঠিত সোমাবলগীয়া হয়। ৬০ শতাংশৰ ৰাস্তা নাই। ভাবি চাওঁকচোন, স্বাধীনতাৰ ইমান দিন পাছতো, কেইবাটাও পৰিকল্পনা পাৰ হৈ যোৱাৰ পাছতো আমাৰ কৃষকৰ কি দুখ লগা অৱস্থা! অথচ শাসক সকলৰ মুখত বক্তৃতাৰ ফুলজাৰি। কৃষকৰ বাবে অমুক কৰা হৈছে, তমুক কৰা হৈছে, - ইত্যাদি কত আঁচনি, পৰিকল্পনা আদিৰ শ্ৰুতিমধুৰ উল্লেখ। কিন্তু বাস্তৱত কি ঘটি আছে চিন্তা কৰকচোন,এটা জাতিৰ যদি ৮৫ শতাংশ মানুহৰে এই অৱস্থা হয়, তাৰ পাছতো "আমি অসমীয়া নহওঁ দুখীয়া" বুলি সান্ত্বনা লভিলে জানো হ'ব? বিজুলীৰ ভেকো ভাওনাৰ কথাটো সকলোৰে জানেই। বিজুলীৰ অভাৱত অসমীয়া উদ্যোগী ডেকাসকলে উদ্যোগ চলাব নোৱাৰি চকুৰে সৰিয়হ ফুল দেখিছে, ফলত উদ্যোগৰ বাবে লোৱা ঋণৰ বোজাৰ হেঁচাত তেওঁলোকৰ - আত্মহত্যা কৰিব লগা অৱস্থা। ভাৰতৰ আন ৰাজ্যত বিজুলী যোগানৰ গড় অনুপাত ১৬২ কিলোৱাট। তাৰ বিপৰীতে অসমত মাথো ৪৮ কিলোৱাট (৮-৪-৮৫ ৰ হিচাপ মতে)। ভাৰতৰ আন প্ৰদেশত কৃষিৰ বাবে বিজুলী ব্যৱহাৰৰ গড় অনুপাত ২৫ কিলোৱাট, আনহাতে তাৰ বিপৰীতে অসমত কৃষিৰ বাবে বিজুলী ব্যৱহাৰ কৰিবলৈ পায় মাথো এক কিলোৱাট। ২ কিলোৱাট পায় মণিপুৰৰ কৃষকে, ৩ কিলোৱাট

ত্ৰিপুৰাৰ কৃষকে। গতিকে কৃষি আৰু কৃষকৰ প্ৰতি চৰকাৰৰ গুৰুত্ব কিমান সেইটো সহজেই অনুমেয়।

খেতি প্ৰধান ঠাই বুলি জনাজাত অসমত মাত্ৰ কেইপদ মান কৃষিজাত সামগ্ৰীহে উদ্বৃত্ত (Surplus) যোৱা বছৰৰ হিচাব মতে -

(১) ৩২,৪২৯ টন আদা।

(২) ১.৫০ লাখ টন কমলা।

(৩) ১.০৭ লাখ টন আনাৰস।

মই নিশ্চিতকৈ জানো, এই উদ্বৃত্তৰ গুৰিত চৰকাৰৰ কোনো কৃতিত্ব নাই। সাত পুৰুষীয়া পদ্ধতিৰে এচাম কৃষকে পৰিশ্ৰম কৰি এই সামগ্ৰী খিনি উদ্বৃত্ত হ'ব পৰাকৈ উৎপাদন কৰি আমাৰ লাজ নিবাৰণ কৰিছে। পিছে উক্ত সমাগ্ৰীখিনিৰো উচিত মূল্য চৰকাৰৰ হেমাহি আৰু এচাম দালালৰ চৰকাৰী মানুহৰ লগত থকা সম্পৰ্কৰ বাবে কৃষকসকলে নাপায়।

এইখিনিতে আমি এটা কথা চৰকাৰৰ দৃষ্টিগোচৰ কৰিব খুজিছো। প্ৰধান মন্ত্ৰীৰ সদ্যসমাপ্ত জাপান ভ্ৰমণৰ সময়ত তেখেতে জাপানৰ চৰকাৰী খণ্ডৰ উপৰিও ব্যক্তিগত খণ্ডৰ বহুতো পৃথিৱী বিখ্যাত উদ্যোগপতিৰ লগত ভাৰতবৰ্ষৰ উদ্যোগীকৰণ সম্পৰ্কে বিভিন্ন দিশ সামৰি আলোচনা কৰি সেই সকল উদ্যোগীক ভাৰতত ধন বিনিয়োগ কৰিবলৈ উৎসাহিত কৰিছে। তাৰ ফলস্বৰূপে জাপানৰ ব্যক্তিগত আৰু চৰকাৰী খণ্ডৰ সহযোগত ভাৰতবৰ্ষত কেইবাখনো আদৰ্শ শিল্প নগৰী (Industrial madel township) গঢ়ি উঠিব। সেইবোৰত নিশ্চয় ভাৰতৰ কেঁচা সামগ্ৰী উৎপাদন প্ৰক্ৰিয়াৰ উন্নতিকৰণ আৰু সেই সামগ্ৰীৰ ওপৰত হ'ব পৰা সম্ভাব্য উদ্যোগীকৰণ, তাত প্ৰয়োগ কৰিবলৈ প্ৰযুক্তি বিদ্যাৰ নতুন কৌশল উদ্ভাৱন আদি উৎপাদনমুখী নানা বিষয়ৰ গৱেষণা হ'ব। ইয়াৰ পৰা নিশ্চয় কৃষি বাদ পৰি নাযায়।

গতিকে ইতিমধ্যে চৰকাৰী নথিত থকা কৃষকৰ কল্যাণকামী আঁচনিসমূহ আন্তৰিকতাৰে বাস্তবায়িত কৰাৰ লগতে আমাৰ চৰকাৰে এই নতুন কথাটো ভাবিব লাগে যাতে এই সুযোগটো আমাৰ ৰাজ্যখনেও লাভ কৰিব পাৰে। যুক্তিহীন কথাৰ ফুলজাৰি আৰু প্ৰচাৰৰ মাধ্যমেৰে হোজা অসমীয়াক মোহাচ্ছন্ন কৰি ৰাখি পাঁচ বছৰৰ মূৰে মূৰে ঘৰিয়ালৰ চকুপানী টুকি নেথাকি সঁচা অৰ্থাৎ কৃষকৰ কল্যাণৰ কথা ভাৱক।কথাৰে নহয় বন্ধু, কামত পৰিচয়। ●

*(২৬ জুলাই, ১৯৯২)*

# নটসূৰ্য ফণী শৰ্মা



ৰুছ দাৰ্শনিক বেলিনস্কিৰ চিন্তাৰ লগত নটসূৰ্য ফণী শৰ্মাৰ কিবা যোগসূত্ৰ আছিলনে নাই নাজানো, খুব সম্ভৱ নাছিল; তথাপি ফণী শৰ্মাৰ সৃষ্টিৰ মাজত, অভিনয়ৰ মাজত যেন কিবা সাদৃশ্য আছিল। গভীৰ আবেগ ব্যক্তি জীৱনৰ এটি মহৎ গুণ। আবেগ নেথাকিলে অন্তৰৰ অনুভূতিৰ উদ্ৰেক নহয়। অনুভূতিয়ে সৃষ্টিৰ প্ৰেৰণা যোগায়। কলা সৃষ্টিৰ মূলতে আছে আবেগ। ছোভিয়েট নাট্য প্ৰযোজক এ, ডি, পপভে এষাৰ বেছ মজাৰ কথা কৈছিল - "ক্ৰোধৰ কাৰণ থাকিলেও যদি আপুনি ক্ৰোধান্বিত নহয়, শোক লাগিলেও নেকান্দে, অসত্য, অবিচাৰ দেখি শুনি যদি আপুনি যন্ত্ৰণা অনুভৱ নকৰে, আপোনাৰ যিমানেই বুদ্ধি, প্ৰতিভা নেথাকক আপুনি শিল্পী হ'ব নোৱাৰে।' ৰবীন্দ্ৰ নাথেও কৈছিল - "বিস্ময়ে নতুনক জনাৰ আগ্ৰহ বঢ়ায়, সেই নতুনতে আছে আনন্দ, সেয়ে (শিল্পীয়ে) বাৰে বাৰে চিৰ নতুনৰ বাবে আহ্বান কৰে।'

এই মহান শিল্পী গৰাকীৰ মৃত্যুদিৱসত তেখেতৰ শিল্প কৰ্ম অথবা শিল্পী হিচাপে তেখেতৰ মূল্যাংকণ কৰাৰ আমাৰ ক্ষমতাও নাই, ধৃষ্টতাও নাই। তাহানি কেতিয়াবা ফণী শৰ্মা আমাৰ ওচৰে-পাজৰে আহিলেই এক বিস্ময় হিচাপে আঁতৰৰ পৰাই কৌতূহলেৰে নিৰীক্ষণ কৰা, কেতিয়াবা কেতিয়াবা সাহস গোটাই ওচৰ চপা, কথা পতাৰ সুযোগ লাভ কৰা, তেখেত ভ্ৰাম্যমান থিয়েটাৰৰ

লগত জড়িত হোৱাৰ সময়ত তেখেতৰ সান্নিধ্য লাভ কৰা শিল্পীসকলৰ পৰা তেখেতৰ বিষয়ে কিছুমান সৰু সৰু আমোদজনক কথা শুনা - এইবোৰৰ যোগেদি তেখেত যে এজন মহৎ হৃদয়ৰ শিল্পী আছিল সেই কথাহে ক'ব খুজিছোঁ।

১৯৫০ চন মানৰ কথা। মোৰ বয়স তেতিয়া দহ / এঘাৰ। পাঠশালাত ধুমধামেৰে 'চিৰাজ' চলিছে। প্ৰতি নিশাই চাওঁ। টিকট নেলাগে। মাথো ঘৰৰ পৰা ফাঁকি মাৰি ওলাব পাৰিলেই হ'ল। পঢ়া কোঠাৰ খিড়িকিত চিক নাছিল। গতিকে সেইফালেৰে পলাও আৰু ঘূৰি আহি পঢ়াৰ ভাও ধৰোঁ। ধৰা পৰি মাৰো খাইছিলোঁ। হঠাৎ শুনিলো 'চিৰাজ' আহিব। সেইদিনা স্কুললৈ যোৱা নহ'ল। স্কুললৈ বুলি আহিছিলো ঠিকেই, পিছে পালোগৈ পাঠশালা নাট্যমন্দিৰ। 'চিৰাজ'ক চাওঁ বুলি বোন্দাপৰ দি বৈ আছিলো। কিছুবেলি বৈ থকাৰ পাছত প্ৰজেক্‌চন কেবিনৰ চাংখনৰ তলত কাটি পেলোৱা ফিল্মৰ টুকুৰাবোৰ বোটলাত লাগিলো - কাৰণ সেয়াও আছিল আমাৰ বাবে বিস্ময়। আবেলি তিনিমান বজাত 'ডোজ' নে 'চেভ্ৰলেট' ট্ৰাক এখনেৰে 'চিৰাজ' আহি নামিল। মোৰ চকুত কৌতুহল। ডাঙৰ বিলাকৰ লগত কিবাকিবি কথা পাতিছিল। কি কথা পাতিছিল মনত নাই, কিন্তু ভালকৈ মনত আছে "চিৰাজে" এবাৰ খুব ডাঙৰকৈ হাঁহিছিল ঃ হাঃহাঃহাঃ। পিছলৈ সেই হাঁহি বহুবাৰ শুনিছোঁ।

মোৰ ধাৰণামতে, বোধহয় তেজপুৰৰ পিছতে তেখেতৰ অভিনয় কৰিবলৈ ভাল পোৱা প্ৰিয় ঠাই আছিল নলবাৰী। কোনো এখন নাটক তেজপুৰত কৰাৰ পিছতে নলবাৰীত কৰিবই।

আতোবাৰ বহমান। সহজ-সৰল আতোবাৰ আছিল নলবাৰীত নাট অভিনয় কৰাত সকলো ধৰণে সহায় কৰা ব্যক্তি। ৰাতিপুৱাৰ পৰা গোটেই দিনটো বলীনদাৰ ওচৰে-পাজৰে থাকি দোভাগ নিশা তেখেতক বিছনাত শুৱাই থৈহে আতোবাবৰ ছুটী। আদ্যশৰ্মা, ফণী শৰ্মা, বিষ্ণু ৰাভা আহিছিল। মানুহৰ যথেষ্ট ভিৰ, নলবাৰী নাট্যমন্দিৰৰ এখনো চকী খালী নাছিল। নাটকৰ শেষত ডাক বঙলাত জিৰণি লোৱা ফণী শৰ্মা, বিষ্ণুৰাভাৰ সন্মুখত আতোবাৰে টিকট বিক্ৰীৰ টকা এটা মোনাৰ পৰা ঢালি দিয়ে। নোটবোৰ গণ্টি কৰাৰ প্ৰশ্নই নাই। এভাগ আতোবাবক দি বাকী টকা হাতেৰে দুভাগ কৰি - "ল বিষ্ণু এয়া তোৰ ভাগ, এইটো ভাগ মোৰ। হ'বতো হাঃ হাঃ হাঃ" এয়াই আছিল ফণী শৰ্মা, এয়াই বন্ধুত্ব, এয়াই মহত্ত্ব।

আমাৰ শ্ৰীমতী পূৰ্বজ্যোতি থিয়েটাৰত শিশু শিল্পী আছিল। সম্ভৱ ১৯৬৬ চন। ফণী শৰ্মা তেতিয়া 'পূৰ্বজ্যোতি'ৰ জ্যোতি। শ্ৰীমতীক হেনো

"সৰুজনী" বুলি জোকাইছিল আৰু মৰম কৰিছিল। তেওঁ ফণী শৰ্মাক 'বৃদ্ধ' বুলি মাতিছিল। সেই সময়ত তেখেতে অভিনয়ৰ বাবে প্ৰতি নিশাই ৫শ টকা.ক পাইছিল। অভিনয় শেষ কৰিয়েই তেওঁ টকা শ লৈছিল আৰু ৰাতিপুৱাই প্ৰায়ে ক'ৰবালৈ ওলাই গৈছিল। ৰাতিপুৱা ওলাই যাবৰ পৰত 'সৰুজনী'ক পাঁচ / দহ টকা দিছিল। কেতিয়াবা নিদিছিল। হাতত ডাঙৰ নোটহে আছে, ভঙাবলৈ অসুবিধা- এনেকুৱা অৱস্থাতহে। তেখেতে ওলাই গৈ ঘূৰি আহিবৰ সময়ত লগত সাধাৰণতে কোনো বন্ধু-বান্ধৱ লৈ আহিছিল। 'সৰুজনী'ৰ লগত কেবাজনীও সৰু ছোৱালী আছিল। কেতিয়াবা আটাই কেইজনকে শাৰী পাতি থিয় হ'বলৈ দি ওপৰৰ পৰা টকা উলিয়াই দলিয়াই দি যিয়ে যিমান পাৰে লবলৈ কৈ আনন্দ কৰিছিল। "হাঃ হাঃ হাঃ।" কি মহান শিশুসুলভ অন্তৰৰ পবিত্ৰ হাঁহি।

সেই আপোনভোলা হাঁহিৰ মাজতো কেতিয়াবা কেতিয়াবা নিজৰ আৰ্থিক দৈন্যৰ কথা ভাবি তেখেত আবেগিক হৈ পৰিছিল। এবাৰ পাঠশালাত 'পূৰ্বজ্যোতি থিয়েটাৰ'ৰ অভিনয় চলি থাকোতে তেখেতৰ অভিনয় নথকা নিশা এটাত সাজঘৰৰ পিছ ফালে জুই একুৰাৰ কাষত বহি আমি বহুত কথা পাতিছিলো। কথা প্ৰসংগত তেখেতে প্ৰকাশ কৰিছিল, দিল্লীত 'চিৰাজ' নাটৰ অভিনয় কৰাৰ হেঁপাহৰ কথা। কথাৰ মাজতে, হয়তো নিজৰ আৰ্থিক অনাটনৰ কথা ভাবিয়ে আবেগৰে কৈছিল "জানা ৰতন, মই গোটেই জীৱন জুৰি দুটা চকুৰে অভিনয় কৰিলোঁ। সিহঁতে কিন্তু (এজনৰ নাম কৈছিল, নকওঁ) এটা চকুৰে অভিনয় কৰিছিল। আনটো চকুৰে হয়তো টকা অৰ্জাৰ সপোন দেখিছিল। .. ... " ফণী শৰ্মা মানুহজন সম্পৰ্কে বহুত কথা জানো, আনৰ পৰাও বহুত শুনিছোঁ। সেয়া মঞ্চৰ আৰৰ ফণী শৰ্মাৰ কথা। সেয়া জীৱন নাটৰ ভাৱৰীয়া ফণী শৰ্মাৰ কথা - য'ত বিচাৰি পোৱা যায় 'মানুহ' ফণী শৰ্মাক। সময় পালে সেইবোৰ কথা কম। মোৰ দুঃখ, মই যদি আৰু কেইবছৰমান আগতে জন্মিলোহেঁতেন। মনতে ভাবো, মই যদি ফণী শৰ্মা, বিষ্ণুৰাভা জীয়াই থাকোতে 'কহিনুৰ' প্ৰযোজনা কৰিব পাৰিলোহেঁতেন। মনতে ভাবো, মই নিশ্চয় তেখেতসকলৰ আৰ্থিক দিশ চম্ভালি লৈ তেখেতসকলক কোঠালিত বন্ধ কৰি থৈ, যি লাগে তাকে দি কেৱল সৃষ্টিৰ সোঁত বোৱালোহেঁতেন। কল্পনা কৰোঁ, সৃষ্টিৰ বেদীত দুগৰাকী আত্মহাৰা পূজাৰী,

কিন্তু বাস্তৱলৈ উভতি আহি আবেগিক হৈ ক'ৰবা মন যায় - ইউ ৰাস্কেল! চয়তান ভগবান! কিয়-মাৰিলি? কেলেই? কেলেই? কিয়? কিয়?? কিয়?!●

(২ আগষ্ট, ১৯৯২)

# চিটি অৱ' ছৰো

## (City of sorrow)



গোটেই ভাৰতবৰ্ষতে বৰ্তমান 'ভাৰত ত্যাগ আন্দোলন'ৰ সোণালী জয়ন্তী চলিছে। অসমতো। মনত পৰিছে হেজাৰ হেজাৰ ছহীদ যুৱকৰ আত্মবলিদানৰ ঘটনালৈ, ফাঁচী হোৱা বহুযুৱকৰ নিষ্পাপ নিৰপৰাধী গৰ্ভৱতী-মৰমীৰ ক্ৰন্দনলৈ, বংগৰ দুৰ্ভিক্ষত সেপটুকি সেপটুকি মৃত্যুবৰণ কৰা লাখ লাখ মানুহলৈ, দেশখন দুভাগ হোৱাৰ সময়ত ৰাজনীতিকৰ চাতুৰিত হোৱা ভাতৃঘাতী সংঘৰ্ষত বৈ যোৱা তেজৰ নৈখনলৈ - ঠিক আৰু বহু ঘটনালৈ। সেইবোৰ কথাকে ৰোমন্থন কৰিবলৈ আমাৰ শ্ৰদ্ধেয় ৰাজনীতিকসকলেও তথাকথিত সাংস্কৃতিক প্ৰাণকেন্দ্ৰ গুৱাহাটীত লাখ লাখ টকা খৰচ কৰি ধুনীয়াকৈ পতা মণ্ডপত গাঁৱৰ পৰা প্ৰলোভিত কৰি অনা সহজ সৰল, ডাল-দৰিদ্ৰ, কংকালসাৰ, ক্ষুধাতুৰ চেহেৰাৰ গণদেৱতাৰ আগত আন্দোলনৰ সোণালী দিনৰ কৰুণ কাহিনীবোৰৰ বিষয়ে অসমৰ সংস্কৃতিৰ বিষয়ে, সংহতিৰ বিষয়ে অৰ্থহীন ভাষণৰ ফুলজাৰি মাৰি অসমৰ বতাহ গৰম কৰিছে। আৰু আমি দিনে দিনে নৰম হৈ গৈ আছোঁ। হয়তো গেলিবলৈ আৰু বেছি সময় নালাগিব। কিন্তু কোটি কোটি গণদেৱতাৰ গলিত দেহৰ পৰা

যেতিয়া একেটা গোষ্ঠেই ওলাব, তেতিয়া আমাৰ 'শ্ৰদ্ধেয়' সকল থাকিব ক'ত? মই কি নেজানো, সেইটো ভালধৰণে জানোঁ। এইটোও জানো -

If your lips would keep from slips
Five things observed with care
Of what you speak, to whom you speak
And how, and when, and where

তথাপি পুৰণি কথা দুটামান প্ৰসংগত পেলাবলৈ চেষ্টা কৰিছোঁ। তেতিয়া আমি হাইস্কুলৰ ছাত্ৰ। খুব সম্ভৱ ১৯৫৫/৫৬ চনৰ কথা। কটন কলেজ। নামেই যাৰ পৰিচয়। কালিফৰ্ণিয়াৰ ছোৱালী কেইজনীমান গুৱাহাটীলৈ আহিছিল। ডাক বঙলাত আছিল। নিশা কু-অভিপ্ৰায়েৰে কটনৰ ল'ৰা কেইজনমানে কালিফৰ্ণিয়াৰ ছোৱালী থকা কোঠাত সোমাবলৈ চেষ্টা কৰিছিল। পিছদিনা গোটেই গুৱাহাটীতে, আৰু পিছত গোটেই অসমতে আৰু আনকি ভাৰতবৰ্ষতেই সেই ঘটনাই তীব্ৰ প্ৰতিক্ৰিয়া সৃষ্টি কৰিছিল । সংস্কৃতি কলংকিত কৰিব খোজা বুলি এই ঘটনাৰ নায়কসকলক গৰিহণা দিছিল। সকলো চিন্তিত হৈছিল। ইতিমধ্যে ঘটনাৰ নায়ক সকলৰ নাম জনাজনি হৈ গৈছিল। তেতিয়া তেওঁলোকৰ কিবা হৈছিল নে নাই নেজানো - সময়ৰ সোঁতত তাৰে এগৰাকী কিন্তু ডাঙৰ নেতা হ'ল।

আকৌ ১৯৬১/৬২ চন মানত তেতিয়াৰ অসমৰ শিক্ষামন্ত্ৰী দেৱকান্ত বৰুৱাই "মই কাৰো ভুকনিলৈ থাতিৰ নকৰো" বুলি কোৱাত গোটেই অসম, বিশেষকৈ শিক্ষিত চামটো মানে শিক্ষক শ্ৰেণীটোৱে আৰ্তনাদ কৰি উঠিছিল। (বৰুৱাদেৱে সেইবাৰ কথা কৈ ভাল কৰিছিল নে বেয়া কৰিছিল নেজানো। পিছে এটা কথা জানো যে বৰুৱাদেৱ জিনিয়াছ। তেওঁৰ বহু আওপকীয়া কথাৰ কিন্তু প্ৰাসঙ্গিকতা আছিল।)

সেই সময়ত কটন কলেজৰ ঘটনা আৰু শিক্ষামন্ত্ৰীৰ উক্তিক গোটেই অসমৰ মানুহে গৰিহণা দিছিল। প্ৰতিবাদ কৰিছিল। আজি এই মুহূৰ্তত উক্ত ঘটনা দুটাৰ সময়ৰ ব্যৱধান ৩০/৩৫ বছৰ। এতিয়া প্ৰশ্ন হৈছে, আজি ৩০/৩৫ বছৰ পিছত ঘটা জঘন্য ঘটনাসমূহৰ বিৰুদ্ধে মাত মাতিবলৈ প্ৰতিবাদী কণ্ঠ নাইকিয়া হ'ল কিয়? আজি কেইমাহমানৰ ভিতৰতেই গুৱাহাটীত সংঘটিত হোৱা বিভিন্ন অপৰাধমূলক ঘটনা প্ৰায়ে কোনোটো শিক্ষানুষ্ঠান, কোনো ছাত্ৰ-ছাত্ৰী, কোনো শিক্ষক জড়িত থকা পৰিলক্ষিত হৈছে। ছাত্ৰাবাসত কাৰোবাৰ আক্ৰমণত ছাত্ৰ নিহত হৈছে, শিক্ষানুষ্ঠানত নিৰ্বিবাদে সোমাই আহি কোনো ছাত্ৰক কাটি থৈ গৈছে। বিভিন্ন চুৰি ডকাইতিত ছাত্ৰ জড়িত হৈছে। ছাত্ৰাবাসৰ ল'ৰা-ছোৱালীক

'গাৰ্ড' দিবলৈ, নিয়মানুবৰ্ত্তীতাৰ প্ৰতি চকু দিবলৈ নিয়োগ কৰা "ছুপাৰিনটেণ্ডেণ্ট", শিক্ষানুষ্ঠানৰ মুৰব্বীয়ে একেলগে পদত্যাগ কৰিব লগা অৱস্থাৰ সৃষ্টি হৈছে। গোটেই কথাবোৰ 'হৰিণাই বাঘৰ গাল চেলেকা'ৰ দৰে হৈছে। অসমত ঘটা জঘন্য ঘটনাসমূহৰ সিংহ ভাগ ঘটিছে অসমৰ তথা কথিত সাংস্কৃতিক প্ৰাণকেন্দ্ৰ গুৱাহাটী মহানগৰীত। কিন্তু এই মহানগৰখনত নাই কি? অসমৰ 'সৰহ' খিনি দেখোন গুৱাহাটীতেই আছে। গুৱাহাটীয়েই দেখোন সকলো 'উৎকৃষ্ট'ৰ ভঁড়াল। কি নাই গুৱাহাটীত? বুদ্ধিজীৱি, ৰাজনৈতিক নেতা, শিক্ষাবিদ, সাংবাদিক, সোণৰ অসম গঢ়িব খোজা নায়ক আৰু ক'ত কি! কিন্তু এই 'উৎকৃষ্ট'বোৰে উক্ত ঘটনাসমূহৰ বিষয়ে কি ভাবিছে? মাছটো দেখোন মূৰৰ পৰাই গেলিবলৈ আৰম্ভ কৰিছে। গতিকে 'মূৰ'বোৰৰ কৰণীয় নাই জানো? নে বাতৰি কাকত পঢ়ি বিকৃত আনন্দ লভিবলৈ সেইবোৰ ঘটনা ঘটিয়েই থাকক বুলি ভাবিছে? গুৱাহাটীকে যিহেতু অসমৰ সংস্কৃতিৰ প্ৰাণকেন্দ্ৰ বুলি সকলোৱে জানে, তাতেই যদি অপসংস্কৃতিৰ জন্ম হয়, সেয়া গোটেই ৰাজ্যখনতে বিয়পি পৰিবলৈ বেছিপৰ নেলাগে। গতিকে অপসংস্কৃতিৰ গ্ৰাসৰ পৰা ৰাজ্যখনক মুক্ত কৰিব লাগিব গুৱাহাটীয়ে। গুৱাহাটী সজাগ হ'ব লাগিব বেছি। গুৱাহাটীৰ ছাত্ৰ সমাজত অপৰাধ প্ৰৱণতাৰ জন্ম কিয় হ'ল - ইয়াৰ বিশ্লেষণ হ'ব লাগে। গতিকে ইয়াত বাস কৰা 'সৰ' সবে এই বিষয়টো দুৰ্ঘটনা বুলি নধৰি অন্য এক জাতীয় সংকট বুলি সমাধানৰ অৰ্থে আগবাঢ়ি অহাৰ সময় হ'ল। হে গুৱাহাটীবাসী ৰাজনীতিক, বুদ্ধিজীৱি, সাংবাদিক, শিল্পী, সাহিত্যিক, সমাজসেৱক 'শ্ৰেষ্ঠ' সকল, আমি আপোনালোকৰ মুখলৈ বৰ আশাৰে চাই আছোঁ। আমি আপোনালোকক সন্মান কৰোঁ। সেয়ে সময়ে সময়ে বিভিন্ন মেলে মিটিঙে মাতি গামোচা পিন্ধাও। আপোনালোকৰ কথাকে বেদবাক্য বুলি মানি সময়ত ৰণলৈও ওলাইছোঁ। আপোনালোকে উলিয়াই দিয়া একোষাৰ দেশপ্ৰেমমূলক বাক্য আৰ্তনাদ কৰি আওৰাইছোঁ। আপোনালোকৰ কোনটো কথাক আমি মূল্য দিয়া নাই? আজিও মূল্য দিবলৈ প্ৰস্তুত। কিন্তু এই যে সংস্কৃতিনাশী অঘটনবোৰ দেখিও আপোনালোক নিৰ্ব্বিকাৰ - ইয়াক বাগি মাৰি সাৰি যোৱাৰ এক নিঃস্ব মানসিকতাৰ প্ৰতিফলন বুলি ধৰিবলৈ আমি বাধ্য হৈছোঁ। - এবাৰ আপোনালোকে 'মেজনী'ৰ সেই অমৰ উক্তিটো মনত পেলাওকচোন।

**Those who have no vision perish.**

যি সকলৰ আদৰ্শ নাই, বিনাশ নিশ্চিত।

*(১৬ আগষ্ট, ১৯৯২)*

# অপ্ৰিয় সত্য

ক'ব নেপায়, কিন্তু -

সঁচা মিছা নেজানো, শুনিছোঁহে - পশু চিকিৎসা মহাবিদ্যালয়ত কেইটামান বেছ শকত আৱত গৰু আছে। নতুন ছাত্ৰ-ছাত্ৰীৰ বাবে সেই গৰু কেইটা ৰখা হৈছে, অৰ্থাৎ গৰু আদিৰ বেমাৰ হ'লে কি কায়দাৰে কগৰাহি লৈ পৰীক্ষা কৰিব লাগিব, তাকে ছাত্ৰ-ছাত্ৰীক শিকোৱাৰ ব্যৱস্থা হিচাপে এই গৰু কেইটাৰ সংৰক্ষণ। গৰু কিটা পলকতে দুখ নোপোৱাকৈ পেলাই লোৱা কায়দাৰ এয়া শিক্ষাদান। পিছে বছৰৰ পাছত বছৰ সেই একেকেইটা গৰুৱে একে কাম কৰি থাকিব লগা হোৱা বাবে সিহঁতে কোনো নতুন ছাত্ৰ-ছাত্ৰী ওচৰলে গ'লেই নিজে নিজেই বাগৰি দিয়ে। ফলত ছাত্ৰ-ছাত্ৰীৰ গৰু পতন কৌশলৰ শিক্ষা গ্ৰহণৰ আহুকাল হৈছে। মুঠতে শিক্ষক ছাত্ৰ উভয় পক্ষৰে 'বেছি সচেতন' গৰু কেইটাক লৈ সমস্যা হৈছে।

আমাৰ ৰাজ্যখনত যোৱা এটা যুগত ইমান বেছি 'সচেতন' দল আৰু সংগঠন ওলাল যে, সি সবৰ অতি সচেতনতাই ৰাইজক বিবুদ্ধিত পেলাইছে। মূকখমতি ৰাইজে সি সবৰ পৰা কিবা শিকিব বুলি, শিকি বুজি এখন সুন্দৰ অসম গঢ়িম বুলি ওচৰ চাপিব খুজিলেই বেছি সচেতনতাৰ কোবত কগৰাহি দিয়া হ'ল। এতিয়া পশু চিকিৎসা মহাবিদ্যালয়ৰ গৰু কেইটাৰ সন্মুখত শিক্ষক-ছাত্ৰ-ছাত্ৰীৰ অসহায় অৱস্থাৰ দৰেই আমি মুৰখমতি ৰাইজৰো একেই অৱস্থা। আজি সুদীৰ্ঘ এটা যুগত সি সবৰ পৰা বেয়াত বাহিৰে ভাল কিবা এটা পোৱাৰ উদাহৰণ নেদেখি ৰাইজ মৰ্মাহত হৈছে, ক্ষুব্ধ হৈছে। 'গণতন্ত্ৰ', 'স্বাধীনতা', 'অস্তিত্ব' 'আঞ্চলিকতাবাদ' ইত্যাদি শব্দ যিকোনো দলে, সংগঠনে আৰ্তনাদ কৰি আওঁৰাই অসমৰ জনসাধাৰণৰ দৰিদ্ৰতাৰ সীমাৰেখাৰ তলৰ "অসমীয়া সংস্কৃতিৰ ধাৰক আৰু বাহক সেইসকল হালোৱা, বনুৱা, তল মজলীয়া ৰাইজ, যি ক্লিষ্ট, শোষিত, দলিত, নিষ্পেষিত আৰু নিপীড়িত" ৬০ শতাংশ মানুহক সাময়িক ভাবে 'কোৱামিন' দি উত্তাপ বঢ়াব পাৰে, নিজৰ নিজৰ কু-অভিপ্ৰায় চৰিতাৰ্থ কৰিব পাৰে, কিন্তু কাৰ্যতঃ সিসকলৰ দুখ মোচন কৰিব নোৱাৰে; কৰাৰ মানসিকতাও যে নাই সি জ্বল জ্বল পট পটকৈ ওলাই পৰিছে। পৰিতাপৰ বিষয়, এই ভণ্ডামিটোৰ বাহিৰত থকা আমাৰ তথাকথিত শিক্ষিত চামৰ বেছি ভাগেই এইবিলাক দেখি শুনিও নীৰৱ, নিস্পন্দ, কিয়নো এওঁলোকৰো বেছি ভাগেই শিক্ষাৰ লগতে আহৰণ কৰিছে অনৈতিকতা, স্বাৰ্থপৰতা, চৰিত্ৰহীনতা আদি অমানবীয় গুণ। ৬০ শতাংশ

কঙাল ৰাইজৰ আজি কোনো বন্ধু নাই, ত্ৰাণকৰ্তা নাই।

বহুসময়ত ছাত্ৰ সন্থাৰ চিন্তাধাৰা আৰু আদৰ্শত আউল লগা পৰিলক্ষিত হ'লেও শেহতীয়াকৈ আলফাই প্ৰচাৰ পত্ৰযোগে মানবীয় আবেদনৰ নামত বাংলাদেশ বা বাংলাদেশীৰ প্ৰতি দেখুৱা দৰদৰ প্ৰতি প্ৰত্যাহ্বান জনোৱাত আমি সন্তোষ পাইছোঁ। কিন্তু দুই এখন বাতৰি কাকতত বাহিৰে, বিয়াগোম অসমপ্ৰেমী ৰাজনৈতিক দল, সংগঠন, বুদ্ধিজীৱিবোৰৰ মাত কিয় হেৰাল? কৃষিজীৱি, শ্ৰমজীৱি সকলৰহে মুখৰ ভাত বিদেশীসকলে কাঢ়ি খাব - আমাৰনো কি? এই ভাৱত নেকি? এয়া অকল পলায়ণবাদিতাই নহয় - এক নগ্ন স্বাৰ্থপৰতাৰ নিদৰ্শন। আঞ্চলিক স্বাৰ্থৰ ধ্বনি দিয়া দল, সংগঠন, ব্যক্তিৰ এই নীৰৱতা পৰোক্ষে একপ্ৰকাৰ জাতিদ্ৰোহিতা।

এসময়ত আঞ্চলিকতাৰ নামত ধ্বনি দিয়া আঞ্চলিক দলবোৰলৈ চকু ফুৰাই চালে আমি আজি কি দেখো? সেই দলবোৰৰ নেতাবোৰ, যিসকল এটা সময়ত আছিল অসমীয়াৰ অস্তিত্ব ৰক্ষাৰ কাণ্ডাৰী, যিসকল আজি স্বাৰ্থ পূৰণৰ বাবে সঘনে স্থিতি সলোৱাত ব্যস্ত। নীতি, আদৰ্শৰ এই সঘন পৰিবৰ্তন ৰাইজৰ স্বাৰ্থৰ বাবেনে? এই 'ডলাৰ কৰাৰী' নীতি যে মুঠেও ৰাইজৰ স্বাৰ্থৰ কাষ নাচাপে সেইটো আজি ৰাইজেও বুজি পায়। বুজি পায়ো ৰাইজ দিশহাৰা। আমি কাক বিশ্বাস কৰোঁ? কাৰ কথা শুনো? 'গণতন্ত্ৰ' নে 'স্বাধীনতা'ৰ, নে 'অস্তিত্ব'ৰ, নে 'আঞ্চলিকতাবাদ'ৰ?

হে অসম প্ৰেমী দল, সংগঠনৰ নেতাসকল। আপোনালোকৰ ভণ্ডামীৰ বলি আমি হ'লোঁ। আমি, বিশেষকৈ হালোৱা হজুৱা, নিপীড়িত ৰাইজ। আপোনালোকৰ ভণ্ডামী ধৰিব নোৱাৰি আপোনালোকৰ কথামতে আমাৰ বহুত সন্তানক হেৰুৱালোঁ। হেজাৰ সন্তানক ঘূণীয়া কৰিলোঁ। বহুতক গৃহহাৰা কৰিলোঁ। গোষ্ঠীদ্বন্দ্বত লিপ্ত হলোঁ। কিন্তু আপোনালোকে এতিয়াও সময়ৰ শিকনি নুবুজিলে। বা বুজিও নুবুজাৰ ভাওঁ ধৰিলেও নহ'ব। সঁচা অৰ্থত আকৌ এবাৰ গণদেৱতাৰ কাষ চাপকচোন! নিতাৰে, আন্তৰে। ন'হলে ৰাইজৰ চকুত আপোনালোকো সেইটো জাততে উঠিব যিটো জাতৰ এজন বিপ্লৱীয়ে কৈছিল -

"দুখীয়াৰ কলিজা নিঙাৰি লব
টুপি টুপি তেজ শুহি শুহি পিব
কৰি কৰি মঙহ চোবাই খাব
কুৰুকি হাড় কিভালো চোবাব"

আৰু সাৱধান বাণী শুনাব

"ধনী মহাজন, নেতা, বুদ্ধিজীৱি, জমিদাৰ হুচিয়াৰ! হুচিয়াৰ!" ●

*(৯ আগষ্ট, ১৯৯২)*

# দিল্লী কা লাড্ডু

**শ্ৰদ্ধেয় ৰেলৱে মন্ত্ৰী ঃ**

কাৰ কেতিয়া কি হয়, ক'ব নোৱাৰি। মুক্তাপুৰৰ ডাক্তৰ এজনৰ দুৰ্ঘটনা হোৱাত দিল্লীত চিকিৎসা কৰাই আছিল। ভৰি দুখন আৰু গলধনৰ হাড় ভাগিছিল। দুৰ্ঘটনাৰ চিকিৎসা কৰি থাকোতে আকৌ মানুহজনৰ কৰ্কটৰোগ ধৰা পৰিল। জানুৱাৰীৰ পৰা ইয়াত থাকি চাৰি দিনমান আগতে ৰেলেৰে গ'লগৈ। দিল্লীৰ অত্যন্ত গৰমত যাবৰ দিনাখন মানুহজনৰ ৰেলৱে প্লেটফৰ্মতে ৰক্তচাপ বাঢ়িল। নিজে ডাক্তৰ বাবে ততাতৈয়াকৈ বৰফ আনি গোটেই গাত দিবলৈ ক'লে। গাড়ীৰ টিকট আছিল দ্বিতীয় শ্ৰেণীৰ। লগে লগে উপলব্ধি কৰিলে, যদি দ্বিতীয় শ্ৰেণীত যোৱা হয়, হয়তো আৰু ৰক্তচাপে দিগদাৰ দিব পাৰে। সেয়ে শীত তাপ নিয়ন্ত্ৰিত ছিট বিচাৰিলে। যথাসম্ভৱ ৰেলৱে ষ্টেচনত সকলো ধৰণেৰে শীত তাপ নিয়ন্ত্ৰিত টিকট পোৱাৰ উপায় নাই। কিন্তু অপ্ৰত্যাশিতভাৱে প্লেটফৰ্মৰ প'ৰ্টাৰ এজনে টিকটৰ দামৰ উপৰি ৬০০ টকা লৈ শীত তাপ নিয়ন্ত্ৰিত টিকট যোগাৰ কৰি দিলে। মই জানো, এই কথা ৰেলৱে মন্ত্ৰীয়ে নাজানে বা যদি জনোৱা হয়ো একো ব্যৱস্থা নলয়। এয়ে হ'ল আমাৰ ভাৰতীয় গণতন্ত্ৰৰ প্ৰশাসনীয় ব্যৱস্থাৰ নমুনা।

**এবেলে বুজিলো অসম ভৱন ঃ**

এজন বন্ধু এম-পিৰ লগত অসম ভৱনত বহি আছো। তাতে চিনাকি হ'ল ছুপ্ৰিম ক'ৰ্টৰ উকিল গোস্বামীৰ লগত। এম পি জন কিছুসময়ৰ বাবে নিজৰ কামত আঁতৰি গ'ল। গোস্বামীৰ লগত নানা কথা পাতি থাকোতে মোৰ পানী খাবৰ ইচ্ছা গ'ল। গোস্বামীয়ে এজনক পানীৰ কথা ক'লে। কিছু সময়ৰ পিছতে আৰু এজনক। অলপ পিছত আৰু এজনক। কিন্তু পানী নাহিল। মোৰ মূৰটো গৰম হ'ল। তৃষ্ণাতুৰ মানুহ এজনক পানী এগিলাছ দিয়াৰ সৌজন্যতা দিল্লীৰ ভাবেৰে বহি থকা অসম ভৱনৰ বিচেপচনৰ মানুহখিনিৰ নাই। কাণ্ডজ্ঞান থকা উচিত। মোৰ খং উঠাত পিছত যেনিবা কেবা গিলাছো পানী আহিলে। অসম ভৱন, আসাম হাউছ সম্পৰ্কে মাজে সময়ে বাতৰি পঢ়িবলৈ পাইছিলো। এবেলে জানিলো তেবা সবৰ কথা। দিল্লীত অসমৰ হৈ ভদ্ৰতা সৌজন্যতাক এইদৰেই ভালদৰে প্ৰতিনিধিত্ব কৰিছে তেবা সৱে।

**নিচা আৰু ঢং ঃ**

আমি ইয়ালে অহা মুঠ আঠজন। মোৰ পৰিয়াল, ল'ৰা-ছোৱালী আৰু দাদা এজন, লগতে দাদাৰ ল'ৰা। এদিন আমি দিল্লী চোৱাৰ লগতে এটা সমীক্ষা চলাম বুলি আটাই কেইটায়ে ৰাতিপুৱা ৯ মান বজাৰ পৰা ৫ বজালৈ দুটা কথা লক্ষ্য কৰিলো ঃ কিমান চুলি কটা নাৰী আৰু চিগাৰেট খোৱা মানুহ লগ পাওঁ। দিনটোত বোধহয় আমাৰ চকুৰ আগেৰে হেজাৰ হেজাৰ মানুহ পাৰ হৈছে। গধূলি 'আপ্পুঘৰ'তো খুব সাৱধানে লক্ষ্য কৰিলো। আমি চুলি কটা নাৰী লগ পালো মাত্ৰ ১৭ গৰাকী আৰু 'আপ্পুঘৰ'ত কেবা হাজাৰ মানুহৰ মাজত অতি লজ্জাজনকভাৱে স্বীকাৰ কৰিব লগা হৈছে, যে চিগাৰেট খোৱা মানুহ মাত্ৰ মই।

ইয়াত থকা 'হোটেল ময়ুৰ আসাম'খনৰ সন্মুখত সৰু সৰু চাহ আৰু বিড়ি চিগাৰেটৰ দোকান আছে। তাত মই খবৰ কৰোঁতে ক'লে, চাহাব, ইয়াৰ কিছুমানেহে বিড়ি - চিগাৰেট খায়। কিন্তু মই লক্ষ্য কৰিছো, অসমৰ মানুহে বেছি চিগাৰেট খায় নেকি?' সি ক'লে, ইয়াত এইখন হোটেলত অসমৰ মানুহ বহুত থাকে। তেখেতসকলে চিগাৰেট বেছি খায়। সেইখন (কাষৰ হোটেলখন দেখুৱাই) হোটেলত থাকিবলৈ অহা মানুহবোৰে কম খায়।

বুজিবলৈ বাকী নেথাকিল যে, বোধহয় আমাৰ নিচা আৰু ঢং বেছি। বিমানবোৰ বদ অভ্যাস কেবল আমিয়ে শিকিছো নেকি?

**নিচা আৰু ঢং ঃ**

দিল্লী। ইয়াত ৰাজনীতিজ্ঞ আৰু আমোলাৰ স্বৰ্গ। দিল্লীত কেবা হাজাৰ অসমীয়া মানুহ আছে। মাঘ বিহুত এটা ভোজ হয়। তেতিয়া গম পোৱা যায় ইয়াত কিমান অসমীয়া আছে। অসমীয়া মানে, মই বা আমিহে কৈছো। তেখেত সকলে অসমীয়া বুলি নিজকে ভাবে নে নেভাবে ঈশ্বৰেহে জানে। কায়দা, ঢং চব কিন্তু বিলাতী বিলাতী। ইয়াত অসমীয়া বাতৰি কাকত পোৱা নাযায়। অসম ভৱন, অসম হাউচ তথা এম পি সকলৰ ঘৰতো। কিন্তু প্ৰশ্ন হৈছে, অসমৰ হৈ ইয়াত থকা ৰাইজৰ প্ৰতিনিধি আৰু আমোলাসকলে যদি অসমীয়া বাতৰি কাকত নৰাখে তেনেহ'লে তেখেতসকলে কেনেকৈ অসমত দিনে কি ঘটি আছে জানিব? অসমখনৰ গোটেই খবৰ নেৰাখিলেও এম, পিয়ে নিজৰ সমষ্টিৰ খবৰখিনি কেনেকৈ পাব? প্ৰতি সমষ্টিতভো দিনে বহুখৰণৰ সামাজিক, ৰাজনৈতিক ঘটনা ঘটিয়ে আছে। এইবোৰ জানি বা খবৰ ৰাখি ব্যৱস্থা লোৱাৰ নৈতিক কৰ্তব্যখিনি নিশ্চয় তেখেতসকলে কৰা দৰ্কাৰ। বাকী অসমীয়াইও অসমৰ খবৰ ৰাখিব লাগে। পাহৰি যাব নেলাগে। নে কি কয়?

(২৮ জুন, ১৯৯২)

# গজেন্দ্ৰ উপাখ্যান



'অসম আন্দোলন কৰি অসমবাসীক অ,গ,পই ঠগাইছে। ৬০ লাখ বিদেশী আছে বুলি হুৰহুৰ আন্দোলন কৰি ৰাজ্যৰ অৰ্থনীতি ধ্বংস কৰি দিছে। অৱশেষত চুক্তি হৈছিল। কিন্তু দেখা গ'ল, প্ৰায় ৩ বছৰৰ মূৰত বিদেশী চিনাক্তকৰণ হৈছে মাত্ৰ ১৪০ জন। এইটো জানো প্ৰতাৰণা নহয়?'

১৯৮৮ চনৰ ২ এপ্ৰিল তাৰিখে গুৱাহাটীৰ জজখেল পথাৰত প্ৰয়াত প্ৰধান মন্ত্ৰী ৰাজীৱ গান্ধীয়ে ভাষণ প্ৰসংগত উক্ত কথাখিনি ৰাজহুৱাভাৱে কৈছিল। প্ৰতাৰণা। ১৯৮৪ চনৰ ১৪ আগষ্ট তাৰিখে নিশা তিনি বাজিবলৈ পোন্ধৰ মিনিট থাকোঁতে সকলো দিশ চালি জাৰি নোচোৱাকৈ যুক্তিহীনভাৱে আন্দোলনৰ নেতাসকলে 'চুক্তি

বিনে মুক্তি নাই' বুলি ধ্বনি দি নিজৰ উচ্চাকাঙ্ক্ষা ফলৱতী কৰিবৰ অভিপ্ৰায়েৰে অসমৰ জনসাধাৰণক ভুৱা দি যি চুক্তি কৰি ফূৰ্ত্তি কৰিলে, তাৰ প্ৰকৃত অৰ্থ বুজিবলৈ অসমবাসীৰ খুব বেছি সময় নেলাগিল। মেকুৰীটো জোলোঙাৰ পৰা ওলোৱা অৱশেষত ৰাইজে দেখিলে।

ৰক্তাক্ত তিৰাশীৰ পিছত আহিল 'ঐতিহাসিক' চুক্তি। তাৰ পিছত চুক্তিকাৰীসকল হ'ল শাসকৰ ৰূপত অৱতীৰ্ণ। তাৰ পিছত লুইতৰ বুকুৰেদি বহু পানী বাগৰি গ'ল। অসমী আইৰ দেহটো নানা অত্যাচাৰেৰে ক্ষত বিক্ষত কৰা হ'ল। ৰাইজে সৰিয়হ ফুল দেখিলে। লগে লগে সোণৰ অসমৰ ভাৱৰীয়াসকলকো ৰাইজে চিহ্নিত কৰিলে। সেয়েহে হ'বলা'৮৫ ৰ নাটকীয় দৃশ্যৰ কৰুণ যৱনিকা পৰিল '৯১ত। কিন্তু কিবা শিকিলে জানো প্ৰতাৰকসকলে? শিকিবনো ক'ৰ পৰা? সেই সকলৰ ধমনীত প্ৰকৃততে জাতি প্ৰেম নাই। আছে ক্ষমতা প্ৰেম। জাতি প্ৰেম আগতেও, মানে' ৮৩ বা '৮৫ তো নাছিল, থকাৰ ভাওহে ধৰিছিল। থকাহ'লে কাহানিবাই ক্ষমতা ত্যাগ কৰি আকৌ ৰাইজৰ ওচৰ চাপি নিজৰ কৃতকৰ্মৰ বাবে ক্ষমা বিচাৰি আকৌ ৰাইজৰ লগতে বিলীন হৈ গ'লহেঁতেন। তেনেকুৱা সময় আহিছিল, সময়ে তেনেকুৱা সুযোগ দিছিল। কিন্তু ধমনীত ভোগৰ বাসনা। গতিকে দুৰ্যোগৰ মাজতো সুযোগৰ সন্ধান চলিয়ে থাকিল। শেহতীয়াকৈ তেনেকুৱা দুটিমান বাতৰিয়ে ৰাইজৰ চকু কপালত তুলিলে। এনেকৈয়ে অসমখনক ইঞ্চি ইঞ্চি কৈ তললৈ নিবলৈ ধৰিলে তেওঁলোকে, যিসকলে এসময়ত অসমীয়াক স্বৰ্গলৈ নিয়াৰ ভাওনা পাতিছিল। হায় ক্ষমতা! হায় ভোগবাদ!

ভোগৰ বোকাত আঞ্চলিক স্বাৰ্থৰ প্ৰবক্তা লেজাৰ চাহাব ইতিমধ্যে লুতুৰি-পুতুৰি, ডঃ শইকীয়া চাহাবেও দলৰ পৰা পদত্যাগ কৰিছে। আজি কোনে বিশ্বাস কৰিব এয়াও এক সুযোগ সন্ধানী দৃশ্যৰ পাতনি নহয় বুলি। কাৰণ 'কাকনো বুলিবা ককা, আটাইৰে দাড়ি চুলি পকা' কথাষাৰে প্ৰতিষ্ঠা লাভ কৰিছেই।

পিছে এই বিশ্বাসঘাতকতাৰ ভাওনা সদায় চলিয়েই থাকিবনেকি? ৰাইজে নীৰৱ দৰ্শক হৈ সেই ভাওনা কেৱল চায়েই থাকিব নেকি? তেনে ভাওনা সদায় চলিবও নোৱাৰে, ৰাইজো নীৰৱ দৰ্শক হৈ থাকিব নোৱাৰে। গতিকে আঞ্চলিক সংগঠন সমূহে এতিয়াৰ পৰাই ন্যায় নিষ্ঠাৰ, সত্য-আদৰ্শৰ কৃচ্ছসাধনাত ব্ৰতী হওক, মুখা নিপিন্ধাকৈ নেতৃত্ব দিয়াৰ মন্ত্ৰ শিকক, জনসাধাৰণৰ স্বাৰ্থৰ বাবে ব্যক্তিগত স্বাৰ্থ জলাঞ্জলি দিব পৰা (অহিংসভাৱে) সাহস গোটাওক। তেতিয়াহে হয়তো কল্পনাৰ সোণৰ অসমখন মনিব পৰা অৱস্থালৈ আহিব। নহ'লে প্ৰতাৰণাৰ চাবুকাঘাতত ক্ষত বিক্ষত জনসাধাৰণৰ ৱজ্ৰ-নিনাদত এদিন তথাকথিত নেতাসকলৰ হৃদপিণ্ডও বিকল হৈ পৰিব। ●

(২৩ আগষ্ট, ১৯৯২)

# শিক্ষা-দীক্ষা আৰু ভিক্ষা



প্ৰাচীন ভাৰতত বিদ্যালয়ত পাঠদানৰ প্ৰাৰম্ভতে গুৰু আৰু শিষ্যকলৈ ঈশ্বৰৰ ওচৰত একাত্মমনে প্ৰাৰ্থনা কৰিছিল।

ওঁম সহনামবতু সহনৌ ভুনক্তু

সহবীৰ্যং কৰবাবহৈ

তেজস্বীনামধীতমস্তু মা বিদ্বিষাবহৈ

ওঁম শান্তিঃ শান্তিঃ শান্তিঃ।

'হে ভগবান, গুৰু শিষ্য উভয়কে তুমি ৰক্ষা কৰা, আমাক উভয়কে তুমি পালন কৰা। শিক্ষা গ্ৰহণ কৰাৰ বাবে সামৰ্থ লভিবলৈ বীৰ্যবান কৰা যাতে আমি অধ্যয়ন কৰি, তেজস্বী হ'ব পাৰোঁ। আমি যেন কেতিয়াও কাৰো প্ৰতি

বিদ্বেষ নাৰাখি আধিভৌতিক, আধিদৈৱিক আৰু আধ্যাত্মিক আদি সকলো প্ৰকাৰৰ দুঃখ আঁতৰ কৰিব পাৰোঁ, তাৰ বাবে ব্যৱস্থা কৰা।'

জীৱন ধাৰণৰ বাবে আহাৰ, বায়ু, পানী আদি যেনেদৰে অপৰিহাৰ্য শিক্ষাও প্ৰগতিগামী মানৱ সমাজৰ বাবে সমানে অপৰিহাৰ্য। শিক্ষা হৈছে মানুহৰ সহজাত শক্তিসমূহৰ সু-সংহত আৰু প্ৰগতিশীল বিকাশৰ বুনিয়াদ। শিক্ষাই ব্যক্তিত্বৰ পূৰ্ণ বিকাশ ঘটায় আৰু ইয়াৰ সহায়ত ব্যক্তিয়ে নিজৰ শ্ৰেষ্ঠতম শক্তিৰে মানৱ সমাজলৈ মৌলিক অৱদান আগবঢ়াব পাৰে। জাতিৰ পিতা মহাত্মা গান্ধীয়েও কৈছিল 'মানৱ আৰু মানৱশিশুৰ দেহ-মন আৰু আত্মাৰ সৰ্বধৰণৰ শ্ৰেষ্ঠতম্ বিকাশেই মই শিক্ষা বুলি বুজোঁ।'

সম্প্ৰতি আমাৰ দেশত শিক্ষাৰ ক্ষেত্ৰত ঘটা চৰম অৱনতিৰ পৰিপ্ৰেক্ষিতত তাহানিৰ এই পুৰণি অথচ মূল্যবান কথাবিলাকৰ পূৰ্ণ মূল্যাঁয়ণ হোৱা ভাল। বিশেষকৈ অসমৰ শিক্ষা জগতখনে যি কালমূৰ্তি ধৰি গোটেই জাতিটোকে আজি পংগু কৰিবলৈ ওলাইছে, সময় থাকোতে চিন্তা নকৰিলে জাতিটোৱে নৰক দৰ্শন কৰিবলৈ আৰু সেই নৰকত গেলিবলৈ বেছি দিন নেলাগিব। ইতিমধ্যে নৰকৰ দুৱাৰমুখ পাইছোঁৱেই।

আপুনি অসৎ উপায় অৱলম্বন কৰি টানি টুনি কোনোৰকমে এটি ডিগ্ৰী গোটাইছে। কথা নাই। আপোনাৰ যদি উপঢৌকন দিয়াৰ ক্ষমতা আছে আপুনি শিক্ষক হোৱাত একো অসুবিধা নাই। পিছে আপুনি ছাত্ৰক শিকাব কি? আপুনি নিজে অসৎ পথেৰে যোৱা শিক্ষক। ছাত্ৰক নীতি শিক্ষা দিয়াৰ নৈতিক বল আপোনাৰ থাকিবনে? শুদ্ধ পাঠদানৰ কথাটো আছেই। কাণ্ড দেখি যি চাম প্ৰকৃততে (এতিয়াও সংখ্যাত একেবাৰে সৰু) নিষ্ঠাবান শিক্ষক আছে তেওঁলোকৰো নিৰ্বাক নিস্পৃহ হোৱাত বাহিৰে আইন কিবা উপায় আছেনে? গোটেই শিক্ষা বিভাগটোৱেই ভ্ৰষ্টাচাৰত আজি লুতুৰি-পুতুৰি। পাঠ্যপুথি প্ৰণয়নত ভ্ৰষ্টাচাৰ, শিক্ষক নিযুক্তিত ভ্ৰষ্টাচাৰ, শিক্ষাবিধি প্ৰয়োগত ভ্ৰষ্টাচাৰ! 'শিক্ষা' শব্দটোৰ লগত যিটো শব্দৰ অঙ্গাঙ্গী সম্পৰ্ক সেই শব্দটো হ'ল 'নৈতিকতা'। এতিয়া তাৰ ঠাই দখল কৰিছে 'ভ্ৰষ্টাচাৰ' শব্দটোৱে। ছাত্ৰ-ছাত্ৰীয়ে আজিকালি নিৰ্বিঘ্নে নকল কৰে। সেয়া ভ্ৰষ্টাচাৰ। আপুনি নিৰীক্ষক শিক্ষকজনে দুই চাৰিজন ছাত্ৰক নকল

কৰাৰ সুবিধা দিয়ে। সেয়াও ভ্ৰষ্টাচাৰ। আপুনি শ্ৰেণীত ঠিকমতে পাঠদান নকৰে। সেয়াও ভ্ৰষ্টাচাৰ। আপুনি শিক্ষা প্ৰশাসক হিচাপে বিদ্যালয়সমূহত ঠিকমতে পাঠদান হৈছেনে নাই তাৰ খবৰ নেৰাখে - সেয়াও ভ্ৰষ্টাচাৰ। মুঠতে গোটেই প্ৰক্ৰিয়াটোতে ভ্ৰষ্টাচাৰ। এই প্ৰক্ৰিয়াতে আমাৰ নাগৰিকসকল 'শিক্ষিত' হৈ ওলাই আহিব ধৰিছে। ইয়াৰ পিছত জাতি এটাৰ সংস্কৃতি সভ্যতা ৰক্ষা কৰিব পাৰেনে? আৰু অস্তিত্ব? যিটো জাতিৰ 'শিক্ষা'ৰ লগত 'নৈতিকতা'ৰ কোনো সম্পৰ্ক নাই, সেই জাতিটো জ্ঞানী হ'ব কেনেকৈ? আৰু নৈতিকতাহীন অজ্ঞানী জাতি এটাৰ অস্তিত্বই বা থাকিব কেনেকৈ?

গতিকে আজি আমাৰ সংস্কৃতি, সভ্যতা নবকৰ দুৱাৰ মুখৰ পৰা ঘূৰাই আনি বিশ্বৰ দৰবাৰত আপোন অস্তিত্ব অক্ষুন্ন ৰাখিবলৈ হ'লে এক নিকা শিক্ষা ব্যৱস্থা প্ৰতিষ্ঠা কৰিবই লাগিব। নৈতিক মূল্যবোধ পুনৰ শিক্ষাব্যৱস্থাত প্ৰতিষ্ঠা কৰিবই লাগিব। তাকে নকৰিলে এদিন আমি গোটেই জাতিটোৱে নবকৰ সেই আন্ধাৰ গুহাটোতে বাট নেদেখা হৈ ঘূমুটিয়াই ফুৰিব লাগিব।

এই প্ৰসংগতে উত্তৰ প্ৰদেশ চৰকাৰে এবাৰ প্ৰবেশিকা পৰীক্ষাৰ আগে আগে লোৱা এটি ব্যৱস্থাৰ কথা উনুকিয়াব খুজিছোঁ। তাৰ চৰকাৰে হেনো বিধান সভাত 'নকল বিৰোধী, অধ্যাদেশ' নামৰ এখন আইন পাছ কৰি সেই বছৰ প্ৰবেশিকা পৰীক্ষাত তাক প্ৰয়োগ কৰাৰ ফলত পৰীক্ষাত উত্তীৰ্ণৰ হাৰ হয়গৈ মাথো ৯%। আৰু আইনখনৰ বলতে হেনো নকল কৰা ছাত্ৰ আৰু নকল কৰাত সহায় কৰা নিৰীক্ষক শিক্ষকক পুলিচে ধৰি নি জেলত সুমুৱাইছিল। তেনেকুৱা ছাত্ৰ শিক্ষকৰ সংখ্যা বোলে বাৰ হাজাৰ মান হ'ব। জেলৰ ম্যাদ বিনা বিচাৰে ৩ মাহ।

আমাৰ ৰাজ্যত তেনেকুৱা আইন প্ৰয়োগ কৰিব পৰা হ'বনে বাৰু? নহয়। কাৰণ নকলতকৈও ঘৃণনীয় ঘটনা ঘটি আছে শিক্ষাবিভাগৰ উৰ্দ্ধতন কৰ্তৃপক্ষৰ উৰ্দ্ধতন চক্ৰটোত। প্ৰথমে সেই চক্ৰটোৰ বাবে 'ভ্ৰষ্টাচাৰ বিৰোধী আইন' এখনহে পাছ কৰা প্ৰয়োজন যদিও কেঁচু খান্দোতে সাপ ওলোৱাৰ ভয় আছে বাবে সেই দায়িত্ব ল'ব লাগিব শিক্ষাত সচেতন জনসাধাৰণে। নহ'লে এই ভ্ৰষ্টাচাৰী শিক্ষাৰ প্ৰক্ৰিয়াটোত শিক্ষিত আমি অসমীয়া সকলে বিমান শৈক্ষিক নেগুৰেই নলগাওঁ কিয়, অৰ্হতাৰ তুলাচনীত দুখ লগাকৈ হাৰি গৈ বৌদ্ধিক আৰু বাস্তৱ জগতত ভিক্ষাপাত্ৰ ল'ব লাগিব। ●

(৩০ আগষ্ট, ১৯৯২)

# সাহিত্য সভালৈ কিছু প্ৰশ্ন



এটা জাতি সন্মানেৰে গৰ্বেৰে জীয়াই থাকিবলৈ জাতিটো সাংস্কৃতিক মনৰ গৰাকী হ'ব লাগে। জাতীয় দেহটোত যদি ব্যাধিয়ে আৱৰি ধৰে, সেই দেহটোত, মনটোত সুস্থ সুন্দৰ, বিশ্বজনীন চিন্তাৰ প্ৰতিফলন নঘটে। ফলত সেই জাতিটোৱে বিশ্ব ইতিহাসৰ ঠাই দখল কৰিব নোৱাৰে।

জাতি এটা সঁচা অৰ্থত কিমানখিনি সাংস্কৃতিক মনৰ অধিকাৰী সেইবোৰ নিৰীক্ষণ কৰিব পাৰি জাতিটোৰ জাতীয় অনুষ্ঠান একোটাৰ কৰ্মৰাজিৰ মাজেদি। অসম সাহিত্য সভা অসমীয়াৰ জাতীয় অনুষ্ঠান। ইয়াৰ লগত প্ৰতিজন

অসমীয়া জড়িত - প্ৰত্যক্ষ আৰু পৰোক্ষভাৱে। যি সকলে সাহিত্য সভাক কঠোৰভাৱে সমালোচনা কৰে সেই সকলেও সাহিত্যসভাক ভাল পায়, ভাল হোৱাটো বিচাৰে। সেই বাবেহে সমালোচনা কৰে। ঠিক আপোনজনক ভৰ্ৎসনা কৰাৰ লেখীয়াকৈ। কিন্তু ভিতৰত থকা কৰ্মকৰ্তাসকলে বহু ক্ষেত্ৰত সেই সমালোচনাৰ দিশসমূহলৈ কৰ্ণপাত কৰাৰ সলনি কেতিয়াবা কেতিয়াবা ইতিবাচক চিন্তাধাৰাৰে কাম কৰাবহে উমান পোৱা যায়। ফলত সাহিত্য সভাৰ ভিতৰ চ'ৰাৰ অসুস্থ বাতাবৰণৰ খবৰ পাই আমি স্তম্ভিত হওঁ। গোৰেশ্বৰ অধিবেশনৰ পিছৰ পৰা বাতৰি কাকতত প্ৰকাশিত প্ৰাক্তন সম্পাদকৰ (সতীশ চৌধুৰী) বিৰুদ্ধে বিত্তীয় খেলি-মেলি আৰু ধন আত্মসাতৰ খবৰ, যোৱা অধিবেশনৰ কাৰ্যনিৰ্বাহক আৰু বিষয় বাছনি সভাৰ বৈঠকত সেই অভিযোগ ভিত্তিহীন বুলি প্ৰমাণিত হোৱা খবৰ, মুখ্যমন্ত্ৰীক কৰা আমন্ত্ৰণৰ বিষয়টোলৈ সাহিত্য সভা দুভাগ হ'ব খোজা খবৰ আদিয়ে সাহিত্য সভাৰ অস্থিৰ, অসুস্থ ভিতৰ চ'ৰাৰ কথাকে নিৰ্লজ্জভাৱে উদঙাই দিয়ে। সাহিত্য সৃষ্টি, জাতি গঠনৰ পৰিবেশ ৰচনাত যে সাহিত্য সভা ক্ৰমে ব্যৰ্থ হৈ আহিছে এইবিলাক ঘটনাৰ পৰাই সহজে বুজিব পাৰি। সাহিত্য সভাৰ ভিতৰ চ'ৰাক যে এক তৰল চিন্তাৰ ধুমুহাই ব্যতিব্যস্ত কৰিব লাগিছে সেই কথাটো সৰ্বসাধাৰণ ৰাইজে ধৰিব পৰা হৈছে; ফলত জনসাধাৰণৰ মাজৰ পৰা ইয়াৰ সন্মানজনক স্থিতি অন্তৰ্হিত হ'ব ধৰিছে।

জাতীয় অনুষ্ঠান একোটাৰ একোটা ৰাজহুৱা বিবৃতি, জাননী বা ঘোষণাৰ একোটা ৰাজহুৱা প্ৰতিক্ৰিয়া হ'বই। তেনে ক্ষেত্ৰত গোৰেশ্বৰ অধিবেশনৰ পিছত বিত্তীয় খেলি-মেলি আৰু সেই সন্দৰ্ভত প্ৰাক্তন সম্পাদক গৰাকীক দোষী সাব্যস্ত কৰি দিয়া ৰাজহুৱা ঘোষণাইও জনসাধাৰণৰ মনত তুমুল প্ৰতিক্ৰিয়াৰ সৃষ্টি কৰাটো স্বাভাৱিক। ৰাইজৰ ধন কাৰোবাৰ ব্যক্তিগত সম্পত্তি হোৱাটো ৰাইজে সহ্য কৰিব কিয়? গতিকে প্ৰাক্তন সম্পাদক গৰাকীলৈ ৰাইজে ঘৃণাৰ দৃষ্টি নিক্ষেপ কৰিবই। কৰিলেও। তাৰ পিছত যোৱা অধিবেশনত তেওঁ দোষমুক্ত বুলি প্ৰমাণিত হোৱাৰ খবৰ পোৱা গ'ল। সঠিক অনুসন্ধানৰ যোগেদি যদি দোষী নিৰ্দোষী প্ৰমাণিত হোৱাৰ থল আছিল, তেতিয়াহ'লে এবছৰ আগতেই তেওঁক দোষী সাব্যস্ত কৰি ৰাজহুৱাভাৱে ঘোষণা কৰা হ'ল কিয়? এই যে এবছৰ জুৰি সেইজন ব্যক্তিক ৰাইজৰ ঘৃণাৰ বলি সজাই মানসিকভাৱে হত্যা কৰা হ'ল,

(কেতিয়াবা শাৰীৰিকভাৱেও হ'ব পাৰে) এয়াও জানো আন এক প্ৰহসন নহয়? ইয়াৰ পৰাই স্পষ্ট বুজিব পাৰি সাহিত্য সভাৰ ভিতৰ চ'ৰাত পৰস্পৰ বিৰোধী চক্ৰ সমূহৰ মাজত স্বাৰ্থজড়িত বিদ্বেষে গা কৰি উঠিছে আৰু সিয়ে ইয়াৰ ভিতৰ চ'ৰা ঘোলা কৰিব ধৰিছে, আৰু এনেকুৱা একোটা তৰল কামৰ দ্বাৰা ৰাইজক বিভ্ৰান্ত কৰিব খুজিছে। এনেকুৱা ধৰণৰ অদূৰদৰ্শী ঘটনাবোৰ ঘটি থাকিলে ই এক 'দুষ্ট চক্ৰৰ অনুষ্ঠান'ৰূপে পৰিগণিত হ'বলৈ বেছিদিন নালাগিব।

যোৱা অধিবেশনত মুখ্যমন্ত্ৰীক জনোৱা আমন্ত্ৰণৰ বিষয়টোলৈ ভিতৰ চ'ৰাত হোৱা তুমুল উত্তেজনাইও সাধাৰণ ৰাইজক বিভ্ৰান্ত কৰা দেখা গৈছে। শেষত যেনিবা মুখ্যমন্ত্ৰীয়ে আমন্ত্ৰণ নাকচ কৰি সাহিত্য সভাৰ 'সন্মান' ৰচালে। অতীজৰে পৰা সাহিত্য সভাৰ লগত ৰাজনৈতিক নেতাক, বিশেষকৈ শাসকীয় দলৰ মুৰব্বীজনক জড়িত কৰিব খোজা কাৰ্যক এই পৰম্পৰাটোৰ পৰা নিলগাই চাব নোৱাৰি। কিন্তু এইবাৰ চোৱা হ'ল। অতীজতেও চৰকাৰী সাহায্য সাহিত্য সভাই লৈছিল, এইবাৰো লৈছে। জনামতে এই চৰকাৰে সাহিত্য সভাক ৫০ বিঘা মাটি দিছে। হিতেশ্বৰ শইকীয়াক গ্ৰহণ কৰিব নোৱাৰি, কিন্তু তেওঁৰ দানক পাৰি। এই পৰস্পৰ বিৰোধী কথাবোৰে সাহিত্য সভাৰ তথাকথিত 'অৰাজনৈতিক চৰিত্ৰ'ৰ ধাৰণাক ধূঁৱলি-কুঁৱলি কৰিছে। কথাবোৰ নীতিগত, নিৰপেক্ষ আৰু স্পষ্ট হ'ব লাগে। 'গণশত্ৰু' আখ্যাটোৱে সম্ভৱতঃ হিতেশ্বৰ শইকীয়াক নাকচ কৰাৰ মূল কাৰণ। কিন্তু 'গণশত্ৰু'ৰ দান কি যুক্তিত গ্ৰহণযোগ্য আৰু অৰাজনৈতিক হ'ল? ধৰি লোৱা হ'ল, কাইলৈ কোনোবা দলৰ কোনোবা 'গণবন্ধু' এজন মুখ্যমন্ত্ৰী হ'ল, তেওঁক সাহিত্য সভাৰ বাহিৰত ৰখা নহ'ব নেকি? হিতেশ্বৰ শইকীয়াৰ দৰে? 'গণবন্ধু' হ'লেও তেৱোঁ এজন ৰাজনৈতিক ব্যক্তি। আমি হিতেশ্বৰ শইকীয়াৰ অন্ধ স্তাৱক নহয়। আমি ক'ব খোজা মূল কথাটো হৈছে 'ৰাজনৈতিক' আৰু 'অৰাজনৈতিক' - এই শব্দ দুটা কাৰ্যক্ষেত্ৰত কেনেধৰণে প্ৰয়োগ কৰিব বিচৰা হৈছে তাৰ এটা স্পষ্ট নীতি লাগে। আমি জনাত এই মুহূৰ্ত্তলৈ এই দিশত সাহিত্য সভাৰ কোনো স্পষ্ট নীতি নাই। আশা কৰো আগন্তুক অধিবেশন আৰম্ভ হোৱাৰ আগতে সভাই এটি স্পষ্ট নীতি গ্ৰহণ কৰি জনসাধাৰণৰ আস্থা অৰ্জনৰ বাট মুকলি কৰিব। নহ'লে আকৌ সেই লাজ লগা বিধৰ 'তৰ্কযুদ্ধ', ওখনা-ওখনিৰ মাজত পৰি 'সাহিত্য'ৰ শ্বাসৰুদ্ধ হ'ব। ●

(৭ মাৰ্চ, ১৯৯৩)

# সৰু কথা, ডাঙৰ কথা



বাজহুৱা জীৱনত আমি কিছুমান শব্দ সঘনে ব্যৱহাৰ কৰি নিজৰ ধ্যান-ধাৰণা প্ৰকাশৰ চেষ্টা কৰোঁ। কিন্তু কওঁতাক এই শব্দটোৰ প্ৰকৃত অৰ্থনো কি' বুলি যদি প্ৰশ্ন কৰা হয় সাধাৰণতে তেওঁ কিছু বিব্ৰত হোৱা বা এটি অসংলগ্ন উত্তৰ দিয়াত বাহিৰে অন্য পথ বিচাৰি নেপায়। মুঠতে আচল অৰ্থটো তেওঁৰ পৰা ওলাই নপৰে। তেনে এটা শব্দই হ'ল 'সংস্কৃতি'। এই শব্দটো আজিকালি মেলে-মিটিঙে, কাগজে-কলমে, হাটে-বজাৰে বেচ গুৰুত্ব সহকাৰে, জোৰ দি উচ্চাৰণ কৰে বহুতে।

আচলতে 'সংস্কৃতি' মানেনো কি? এই প্ৰশ্নটোৰ উত্তৰ হিচাপে ই আমাৰ দৃষ্টিত স্পষ্ট ৰূপত ধৰা দিয়াটো দৰকাৰ। শব্দটোক অস্পষ্টকৈ আবৰি ৰখা চাবিওফালৰ আৱৰণখন আঁতৰি যোৱা দৰকাৰ।

'সংস্কৃতি' মানে বহুতে ভবাৰ দৰে কাব্য, সংগীত, শিল্প, দৰ্শন, ধ্যান-ধাৰণা অকল নহয়, বহুতে ভবাৰ দৰে আচাৰ, অনুষ্ঠান ভদ্ৰতা-শিষ্টাচাৰো অকল নহয়; বহুতে ভবাৰ দৰে ধৰ্মও নহয়, সংস্কৃতিৰ অৰ্থ তাতোকৈ গভীৰ। মানুহৰ সংস্কৃতি আছে, অন্য জীৱৰ সংস্কৃতি নাই। জীৱ মাত্ৰেই সাধাৰণতে জীয়াই থাকিবৰ বাবে পৰিবেশৰ ওপৰত নিৰ্ভৰশীল। পৰিবেশ বিজ্ঞান জীৱ জগতৰ মহৎগ্ৰন্থ কিন্তু মানুহৰ ক্ষেত্ৰত এই পৰিবেশ বিজ্ঞান মানুহে নিজ গুণে পৰিবৰ্তন বা ৰূপান্তৰ ঘটায় যত অৰ্থ বিজ্ঞানৰ জন্ম। Ecology ৰ স্থান লৈছে Economics এ। যিদিনা মানৱে সুস্থ সবল দেহ এটা পালে, থিয় হৈ খোজ কাঢ়িবলৈ শিকিলে, লগে লগে দুখন কৰ্মক্ষম হাত পালে, উন্নত মস্তিষ্ক আৰু উন্নত দৃষ্টিশক্তি, ঠিক সেই সময়ৰ পৰা মানৱে জীৱন যাত্ৰাৰ লাগতিয়াল বস্তুবোৰ উৎপাদন কৰা আৰম্ভ কৰিলে এটাৰ পিছত এটা। অৰ্থাৎ মানৱ সংস্কৃতিৰ মূল ভেটি হ'ল মানুহৰ জীৱিকা-

প্ৰয়াস, শ্ৰমশক্তি। এই প্ৰয়াস, এই শক্তি বিশ্ব প্ৰকৃতিক মানুহৰ জীৱিকাৰ অনুকূলে নিয়ন্ত্ৰণত আনিবলৈ কৰা এক নিৰলস আৰু চিৰন্তন মহাসংগ্ৰামৰেই নামান্তৰ আৰু এই মহাসংগ্ৰামৰ সৰ্বময় মংগলকামী ৰূপটোৰেই নাম সংস্কৃতি। পৃথিৱীৰ য'ত এই মংগলকামী ৰূপটো নাই, তাত সংস্কৃতিৰ ঠাইত জন্ম লয় দুস্কৃতিয়ে। দুস্কৃতিয়ে সমাজ, দেশ, পৃথিৱী ধ্বংস কৰে।

'ৰূপান্তৰেই সংস্কৃতি' বুলি জ্যোতিপ্ৰসাদে কৈ গৈছে। সময়ৰ সোঁতত 'সংস্কৃতি'ৰ ৰূপান্তৰ অৱশ্যম্ভাৱী। কিন্তু এই ৰূপান্তৰিত 'সংস্কৃতি'ও আহিব লাগিব মানুহৰ মংগলকামী ৰূপত। এতিয়ালৈকে নানা ঘাত প্ৰতিঘাতৰ মাজেৰে দুস্কৃতিৰ লগত যুদ্ধ কৰি সংস্কৃতি তেনে এটি ৰূপতেই মানুহৰ মাজত হয়তো বৰ্ত্তি আছে। নহ'লে 'বিশ্ব ভাতৃত্ববোধ' বোলা কথাষাৰৰ জন্ম নহ'লহেঁতেন। বিশ্ব ভাতৃত্ববোধ! আঃ কি মহান শব্দ! কি এক সুন্দৰ অনুভূতি! এই অনুভূতিয়ে জন্ম নিদিয়ে জানো মানুহৰ 'সংস্কৃতিবোধ'ৰ? এয়াই নহয় জানো 'সত্যম্ শিৱম্ সুন্দৰম্'। ব্যক্তিয়ে সমাজৰ, সমাজে জাতিৰ, জাতিয়ে দেশৰ কথা ভাবোতে এই সুন্দৰ 'বোধ'টোও যদি উপলব্ধি কৰাৰ মানসিকতা ৰাখে, 'সংস্কৃতি' শব্দটোৰ ব্যাপকতা তেহে আমাৰ দৃষ্টিত ধৰা দিব। এই ব্যাপকতাত বিলীন হ'ব পাৰিলে 'ব্যক্তি সত্বা' জাতি সত্বা ৰক্ষাৰ চিৰন্তন সংগ্ৰামবোৰতো এক 'সাংস্কৃতিক' সৌন্দৰ্য আৰোপিত হ'ব। তাত নাথাকিব মানুহৰ কদৰ্যৰূপ প্ৰতিফলিত কৰা সংকীৰ্ণতা, নাথাকিব মানুহক পশুৰ শাৰীলৈ নমাই নিয়া হিংসা। তেহে ব্যক্তি, জাতি, দেশ হ'ব প্ৰকৃতাৰ্থত 'সংস্কৃতিসম্পন্ন'। এয়াই 'সংস্কৃতি'। এয়াই প্ৰকৃত 'সংস্কৃতি চেতনা'।

আমাৰ বিশ্লেষণত হয়তো বিতৰ্কৰ সুৰুঙা থাকি যাব পাৰে। সুস্থ বিতৰ্ক হ'বও লাগে। কিন্তু শব্দটোৰ ব্যাপকতাক নিশ্চয় নুই কৰা নেযায়। ঠিক তেনেকুৱা বহুতো শব্দ আজিকালি বক্তাসকলে, লিখকসকলে যি কোনো পৰিৱেশতে প্ৰয়োগ কৰি শ্ৰোতা, পাঠক আৰু শিকাৰুসকলক বিভ্ৰান্ত কৰা দেখা যায়। তেনেকৈয়ে বহুতো শব্দই আজি ৰক্ষণশীলতাৰ চেপাত পৰি প্ৰকৃত মৰ্যাদা হেৰুৱাবলৈ ওলাইছে। বক্তাৰ মুখৰ পৰা ওলোৱা সেই শব্দবোৰে মেল, মিটিং, আড্ডা আদি, লিখকৰ কাপেৰে বাতৰি কাকত, গ্ৰন্থ, আলোচনী আদি গৰম কৰে সঁচা, কিন্তু সেয়াই কেতিয়াবা বিপদজনক পৰিস্থিতিৰো সৃষ্টি কৰে। গতিকে শুনিবলৈ ভাল লগা কিছুমান শব্দ যথে-মধে প্ৰয়োগ কৰাৰ আগতে তাক বিশ্লেষণৰ কষ্বটি শিলত ঘঁহি পিহি লোৱা দৰকাৰ।

আশা কৰোঁ বিজ্ঞসকলে এই বিষয়ে চিন্তা কৰিব। ●

(৬ ছেপ্টেম্বৰ, ১৯৯২)

# জীৱন মৃত্যুৰ খেল



বোবাৰ শত্ৰু নাই। সকলোৰে জনা কথা। কিন্তু জাতি এটাৰ জ্বলন্ত সমস্যাবিলাকত যেতিয়া কাৰো লগত বেয়া নোহোৱা চিন্তাধাৰাৰে বোবাৰ ভাওঁ লোৱাই সমাজৰ ক্ৰীম খাই থকা অসাধাৰণ বিলাকৰ চিন্তাধাৰা হয়, তেতিয়া সাধাৰণবোৰ বিভ্ৰান্ত হয়, ক্ষোভিত হয়, লাঞ্ছিত হয়। যেতিয়াই অসমীয়াৰ জাতীয় জীৱনত কিবা গুৰুতৰ সমস্যাৰ উদ্ভৱ হয় তেতিয়াই এওঁলোকৰ বেছিভাগে এক নিৰ্দিষ্ট দূৰত্বত যি হয় হওঁক ভাৱেৰে অৱস্থান কৰে। কোনো কোনোৱে আকৌ কোনটো শিবিৰৰ পক্ষ ল'লে ব্যক্তিগত লাভ হ'ব পাৰে তাৰে ছেগ চাই থাকে। ফলত সমস্যাই সময় বাগৰাৰ লগে লগে বিভিন্ন পেটাৰ্ণ লয়।

গুৱাহাটী মেডিকেল কলেজত প্ৰতিনিধিত্বহীন শ্ৰেণীৰ বাবে মুখ্যমন্ত্ৰীৰ বিশেষ কোটা আৰু কেন্দ্ৰীয় পুলৰ বাবে বিশেষভাৱে সংৰক্ষিত আসনৰ ব্যৱস্থা প্ৰত্যাহাৰৰ দাবীত অসমৰ আটাইকেইখন মেডিকেল কলেজত উদ্ভৱ হোৱা পৰিস্থিতিত সৰ্বসাধাৰণ ৰাইজে জীয়াতু ভুগিছে বেছি। ঘটনাৰ দীৰ্ঘসূত্ৰীতাত ই ক্ৰমে এক জাতীয় সমস্যাত পৰিণত হোৱাৰ পথত।

চিকিৎসা বিজ্ঞান, মানুহৰ জীৱন-ৰক্ষাৰ বিজ্ঞান; ধ্বংসৰ নহয়। তেনেক্ষেত্ৰত চিকিৎসা বিষয়ৰ শিক্ষা প্ৰতিষ্ঠাসমূহত যদি ভুল নীতি প্ৰয়োগ কৰি শিক্ষাৰ মান তললৈ নমোৱা হয়, ইয়াৰ ফল হ'ব ভয়ানক। মুখ্যমন্ত্ৰী ডাঙৰীয়াই যিমানেই যুক্তি নেদেখুৱাক কিয়, চিকিৎসাৰ দৰে এটা গুৰুত্বপূৰ্ণ বিষয়ৰ শিক্ষাৰ ক্ষেত্ৰত 'বিশেষ কোটা' নামৰ ব্যৱস্থা এটাৰ যোগেদি অৰ্হতাহীন ছাত্ৰ-ছাত্ৰীক চিকিৎসা মহাবিদ্যালয়ত ভৰ্তি হোৱাৰ সুযোগ উলিয়াই দিয়া কামটোৰ কোনো নৈতিক ভিত্তি নাই। অন্যান্য বিষয়ৰ ক্ষেত্ৰত এই ব্যৱস্থা হয়তো প্ৰযোজ্য হ'ব

পাৰে বা হৈ আহিছে, কিন্তু মানুহৰ 'জীৱন ৰক্ষা'ৰ শিক্ষাৰ ক্ষেত্ৰত এই ব্যৱস্থা দেখ-দেখকৈ আত্মহননৰ লেখীয়া। অৰ্হতাহীন ছাত্ৰ-ছাত্ৰীসকলে নিজৰ যোগ্যতা নাই বুলি জানিও 'বিশেষ কোটা'ৰ জৰিয়তে মেডিকেল কলেজত ছিট ল'বলৈ ঢাপলি মেলা কাৰ্যত 'কিবাকৈ সোমাই লৈ কিবাকৈ ওলাই আহি' ধন ঘটাৰ সুবিধা কৰাৰ মনোভাবৰহে স্পষ্ট প্ৰতিফলন ঘটিছে, প্ৰকৃত শিক্ষাৰে শিক্ষিত হোৱাৰ উদ্দেশ্য তাত গৌণ। আৰু এই উদ্দেশ্য সাধনত তেওঁলোকৰ অভিভাৱক সকলৰ ভূমিকা বেছি সক্ৰিয়। ছাত্ৰ-ছাত্ৰী আৰু অভিভাৱকসকলৰ মাজত এই দুই নম্বৰী চিন্তাৰ জন্ম দিছে চৰকাৰে - 'বিশেষ কোটা' নামৰ এটি 'দুই নম্বৰী' ব্যৱস্থা প্ৰৱৰ্ত্তন কৰি। কোৱা হৈছে যে 'প্ৰতিনিধিত্বহীন শ্ৰেণী'ৰ বাবে এই ব্যৱস্থা। কিন্তু 'প্ৰতিনিধিত্বহীন শ্ৰেণী'ৰ সংজ্ঞা কি। ই কোনটো শ্ৰেণীক বুজায়? সাধাৰণতে আমাৰ মনলৈ এই শব্দ দুটাই সমাজৰ আটাইতকৈ অনুন্নত শ্ৰেণীৰ ধাৰণাটোহে আনে। কিন্তু বাতৰি কাকতত প্ৰকাশিত ছাত্ৰ-ছাত্ৰীৰ তালিকাখনত থকা নামবোৰ দেখি এক 'সুবিধাবাদী শ্ৰেণী'ৰ কথাহে দেখোন মনলৈ আহিছে। যি নহওঁক, এটা 'কাল্পনিক শ্ৰেণী'ৰ সৃষ্টি কৰি এচাম সুবিধাবাদীক কিবাকৈ সুমুৱাই দিয়াৰহে এই ব্যৱস্থা। কিন্তু 'কিবাকৈ সোমাই 'কিবাকৈ ওলাই অহা' চিকিৎসকসকলৰ পৰা ৰোগীৰ কল্যাণতো বাদেই বৰং জীৱনৰ আশংকাহে স্পষ্ট। 'বিশেষ কোটা'ৰ জহত এওঁলোক যে ভৱিষ্যতে আইনেও ঢুকি নোপোৱা একোটা ভব্য-গব্য ক্ৰিমিনেলত পৰিণত নহ'ব কোনে ক'ব পাৰে?

আমাক, সাধাৰণ নাগৰিকক সুচিকিৎসক লাগে। এই অৰ্থতেই গুৱাহাটী মেডিকেল কলেজ ছাত্ৰ-সন্থাৰ দাবী যুক্তিযুক্ত আৰু বৈধ। নাগৰিক সকলৰ ৰোগবোৰ কোনো 'কোটা'ৰ অন্তৰ্ভুক্ত নহয়। সেয়ে চৰকাৰে 'বিশেষ কোটা' নামৰ ব্যৱস্থাটো প্ৰত্যাহাৰ কৰিব লাগে।

আনহাতে ছাত্ৰ-বন্ধুসকলে এই ব্যৱস্থাৰ প্ৰতিবাদ কৰাৰ লগতে দুঃস্থ ৰোগীসকললৈও মনোযোগ দিয়াটো উচিত বুলি ভাবোঁ।

তেওঁলোকে ৰোগীসকললৈ সেৱা আগবঢ়াইও আন্দোলন চলোৱাৰ কৌশল উদ্ভাৱন কৰিলে সাধাৰণ নাগৰিকৰ সহানুভূতি তেওঁলোকৰ পিনেই ঢাল খাব বেছি।

আমি এই জ্বলন্ত সমস্যাটোৰ অতি সোনকালে অৱসান বিচাৰোঁ। বাইজেও বহি নেথাকি এই সমস্যা সমাধানৰ বাবে ব্যাপক মতামতৰ জোৱাৰ তোলক। নীৰৱ দৰ্শকৰ ভূমিকা মানেই পলায়নবাদ। ●

(২২ নৱেম্বৰ, ১৯৯২)

# হত্যা নে আত্মহত্যা

## "সংবিধানখন জ্বলাই দে"

ভাৰতীয় গণতন্ত্ৰৰ পবিত্ৰ পুথি সংবিধানখন জ্বলাই দি তাৰ চিতাভস্ম ভাৰতীয় মানুহৰ গালে-মুখে সানি লৈ, কণ্ঠতে চিঞৰি থকাৰ দৰে আমিও চিঞৰো -

ইয়ে আজাদী জুথী হ্যায়
ইয়ে আজাদী নহী, গুলামী হ্যায়
ইয়ে গণতন্ত্ৰ নহী, গণহত্যা হ্যায়

প্ৰত্যক্ষ আৰু পৰোক্ষভাৱে সৰ্বসাধাৰণক প্ৰতিদিনে মৃত্যুৰ মুখলৈ ঠেলি দিয়া হৈছে গণতন্ত্ৰৰ ৰক্ষক আমাৰ ত্ৰাণকৰ্তা - দেশসেৱাৰ নামত ব্যৱসায় কৰা এক শ্ৰেণী ৰাজনৈতিক ধুৰন্ধৰৰ যোগেদি।

আজি কেইমাহমানৰ আগতে ভীম ৰাও ৰামজী আম্বেদকাৰৰ আমি জন্ম শত বাৰ্ষিকী গোটেই ভাৰতবৰ্ষতে উলহ-মালহেৰে পালন কৰিছিলোঁ। এইজন মহাজ্ঞানী পণ্ডিতে ভাৰতীয় সংবিধানখন প্ৰণয়ণৰ গুৰি ধৰিছিল। সেইজন সংবিধান প্ৰণেতাই নিজে এদিন দুখত, ক্ষোভত সংসদত চিঞৰি-চিঞৰি কৈছিল -

- আজি মই এইখন (সংবিধানখন) জ্বলাই দিবলৈ প্ৰস্তুত আছোঁ।

- কাৰণ

- আমি এটা মন্দিৰ সাজিছিলো, যাতে এজন দেৱতাই ইয়াত প্ৰৱেশ কৰি স্থান ল'ব পাৰে। কিন্তু দেৱতা প্ৰৱেশ কৰাৰ আগতেই এটা অসুৰে আহি মন্দিৰত স্থান ল'লে।

যিকোনো ভাৰতীয় এজনৰ বাবে ইয়াতকৈ কি লজ্জাৰ কথা আছে বাৰু? তেতিয়া দেশপ্ৰেমী, নেতা, জনসাধাৰণৰ প্ৰতিক্ৰিয়া কি হৈছিল নাজানো, কিন্তু এতিয়া আমি জানি নিজকেই নিজে লজ্জিত হৈছো। আম্বেদকাৰে নিৰ্ভুলভাৱে সঁচা কথা কৈছিল; গণতন্ত্ৰৰ মন্দিৰত অসুৰ সোমাইছিল আৰু এতিয়াও সেই অসুৰৰ বংশধৰসকলে আমাক শাসনৰ নামত শোষণ কৰি আছে। এই অসুৰবোৰ ইমানেই অন্ধ, বিবেকহীন যে নিজে জ্বলাই লোৱা জুইকুৰা ভৰিবে বচাই আছে।

আজি চাৰিওফালে ক্ষুদ্ৰ ক্ষুদ্ৰ জাতি সত্তাৰ কিহৰ কান্দোন, কিহৰ ক্ষোভ, কিহৰ বাবে নিজৰ জীৱন বিপন্ন কৰি মাৰাণাস্ত্ৰ হাতত তুলি লৈছে - এই কথা সেইসকল ৰাজনীতিক খেল বুলি ভবা অসুৰে কোনোদিনে ভবা নাই, ভাবিবলৈ চেষ্টা নকৰে। বিক্ষুব্ধসকলে সেই ক্ষোভতে যেতিয়াই কিবা এটা অঘটন ঘটাই দিয়ে তেতিয়া চাৰিওফালে মাত্ৰ কেইটামান শব্দৰ জোৱাৰ উঠেঃ "অমানবীয়," "তীব্ৰ গৰিহণা," সন্ত্ৰাসবাদ" - ইত্যাদি। বচ্ খেলা খতম্। আকৌ সেই অসুৰৰূপী আমেজ। আমিবোৰ বুদ্ধি বেছি খোৱা মানুহ নহয়। মহাজ্ঞানীও নহয়। এই যে চাৰিওফালে হত্যাৰ জোৱাৰ উঠিছে, খুউব এটা দুঃখ কৰিও লাভ নাই। য'ত মৰম, চেনেহ, ভক্তি, দয়া, বিশ্বাস, আস্থা আদি অনুভূতিবোৰৰ মূল্য নাইকিয়া হৈছে তাত জীয়া আৰু মৰাৰ মাজত কোনো পাৰ্থক্য নাই। এই সকলোবোৰ নোহোৱা হৈছে কিন্তু সেইখন, সেই যে আম্বেদকাৰে নিজে লিখি নিজে পুৰিব খোজাখন, সেইখনৰ গইনা লৈ অসুৰ বাঢ়িয়েই আছে।

মূল প্ৰশ্ন হ'ল - আমাৰ এই ভূখণ্ড মানে এই অসমত বিভিন্ন ক্ষুদ্ৰ ক্ষুদ্ৰ জাতিয়ে নিজৰ অস্তিত্ব নিঃশেষ হোৱাৰ ভয়ত, এটা কিবা পৰিবৰ্তনৰ আশাৰে সকলোৰে সহযোগত এই ভূখণ্ড কিবা এটা খটুওৱা হৈছিল, পিছে সেই মন্দিৰত আকৌ অসুৰ। ঠিক একেদৰে বহু বছৰ আগতে নগা, খাছী, গাৰো, অৰুণাচলৰ ভাই-ভনী সকলেও সুখৰ আশাত কিবা এটা ঘটাইছিল। পিছে তাতো মন্দিৰত অসুৰ। সকলোতে সেই অসুৰবোৰৰ অদৃশ্য শোষণৰ চাবুকৰ কোব। আপোনাসবে, আমি সবে যি নকৰো কিয় আকৌ অসুৰৰ হাততেই পৰিব লাগিব। এই স্বাধীনতা জন্মতেই যে কেনা লগা তাৰ প্ৰমাণ জাতিৰ পিতা, ভাৰতীয় স্বাধীনতা সংগ্ৰামৰ পুৰোহিত মহাত্মাগান্ধীৰ হত্যা। সেই চিন্তাৰ জুই আজিও ভাৰতত জ্বলি আছে। হঠাৎ খাণ্ডৱদাহন হ'লেও আচৰিত হ'ব লগা নাই। আব্ৰাহন লিংকনৰ গণতন্ত্ৰৰ বাণী Of আছে by বাদ দি for the people ভাৰতীয় গণতন্ত্ৰত নাই। মাত্ৰ আছে for, সেই মন্দিৰৰ অসুৰবোৰৰ বাবে। যথাৰ্থতে সংবিধানৰ বিকৃত ব্যাখ্যা কৰি আমি আমাৰ আকাংক্ষিত আৰু স্বীকৃত গণতন্ত্ৰক ধনতন্ত্ৰলৈ লৈ গৈ আছোঁ। বাৰম্বাৰ সংবিধান সংশোধনে অসুৰসকলৰ বন্য প্ৰকৃতি চৰিতাৰ্থ কৰাৰ বাটহে মোকোলাই দিছে। আমি ভাতৃৰ তেজেৰে আমাৰ পবিত্ৰ সংবিধানখন ৰাঙলী নকৰি অসুৰ নিধনৰ বাবে ঐক্যবদ্ধ প্ৰচেষ্টা চলাই যাব নোৱাৰোনে? স্বাধীনতা সংগ্ৰামৰ শ্বহীদ গান্ধী আৰু আম্বেদকাৰৰ প্ৰতি বোধকৰো এয়েই হ'ব আমাৰ গণতন্ত্ৰৰ নাগৰিকৰ পবিত্ৰ শ্ৰদ্ধাঞ্জলি। ●

(২৯ নৱেম্বৰ, ১৯৯২)

# খৈৰাবাৰী, তোমাক নমস্কাৰ



খেতিয়ক : ৰবি শস্যৰ আঁচনি যে সফল হোৱা নাই ইয়াৰ কাৰণ কি? ইতিমধ্যে কাকতে পত্ৰই বিভিন্ন ধৰণৰ সমালোচনা হৈছে। আপোনাৰ বিভাগক জগৰীয়া কৰিছে বেয়াকে।

**কৃষিমন্ত্ৰী :** সেইবোৰ চব ভিত্তিহীন, প্ৰতিহিংসা পৰায়ণ, কূটাঘাতমূলক, আতংকবাদী, সন্ত্ৰাসবাদী, হেঁকবাদী লিখনি। সেইবোৰত কাণ নিদিব।

**খেতিয়ক :** তেনেহ'লে আপোনাৰ ফালৰ পৰা ৰবি শস্যৰ আঁচনি সফল নোহোৱাৰ এটাও কাৰণ দিব নোৱাৰেনে?

**কৃষিমন্ত্ৰী :** আমি যদি ৪ টাকৈ ৰবিবাৰ ধৰোঁ, তেনেহ'লে বছৰত হ'বগৈ।

**খেতিয়ক :** ৪৮ টা।

**কৃষিমন্ত্ৰী :** গতিকে বছৰত ৪৮ দিনহে খেতি কৰিলে আঁচনি সফল হ'ব কেনেকৈ?

**খেতিয়ক :** মানে - ।

**কৃষিমন্ত্ৰী :** ৰবিবাৰে এই খেতিটো কৰিব লাগে বাবে ইয়াৰ নাম ৰবিশস্য। গতিকে বছৰটোত যদি আমি ৰবিবাৰৰ সংখ্যা নবঢ়াওঁ, তেনেহ'লে ৰবিশস্যৰ আঁচনি সফল হ'ব কেনেকৈ?

**খেতিয়ক :** হয়নে?

**কৃষিমন্ত্ৰী :** হয়।

লগে লগে প্ৰায় তিনিহেজাৰ দৰ্শকৰ হাঁহিৰ ৰোল উঠিল। সেয়া আছিল ২১ নবেম্বৰৰ সন্ধিয়া বড়োভাষী মানুহেৰে ভৰপুৰ খৈৰাবাৰীত হেমন্ত দত্তৰ 'আপোন মানুহ'ৰ এটা দৃশ্যৰ প্ৰতিক্ৰিয়া। ঠিক সেই সময়তে অসমৰ প্ৰাণকেন্দ্ৰ গুৱাহাটীৰ পল্টন বজাৰ আৰু দিছপুৰত প্ৰতিক্ৰিয়া হৈছিল - হিয়াভঙা কান্দোনৰ। অভূতপূৰ্ব দৰ্শকৰ সন্মুখত ২১ ৰ পৰা ২৪ নবেম্বৰলৈ নাটক প্ৰদৰ্শন কৰিছিলোঁ। দৰ্শকৰ ৯০ শতাংশ বড়োভাষী। অসমীয়া ভাষাৰ নাটক চাই হাঁহিছিল, কান্দিছিল, উত্তাপ অনুভৱ কৰিছিল। মাজৰ দুদিনৰ দৰ্শনী দুটাত ধন সংগ্ৰহ হৈছিল অভূতপূৰ্ব। মোৰ থিয়েটাৰৰ অভিলেখ।

- আৰু অভিলেখ সৃষ্টি হৈছিল মোৰ মনৰ মাজত অৰ্ন্তদ্বন্দ্বত। ৰাজ্যৰ ৰথী-মহাৰথীয়ে বড়ো উগ্ৰপন্থীয়ে এই কাম কৰা বুলি কৈছে। উগ্ৰপন্থী উগ্ৰপন্থীয়েই। সি যি ভাষাৰেই নহওঁক। অসমীয়া ভাষী উগ্ৰপন্থীও আছে। বড়োভাষীও আছে। আৰু বহুত ভাষীৰে উগ্ৰপন্থী আছে। বড়োভাষী বা অসমীয়া ভাষী উগ্ৰপন্থীৰ অৰ্থই কেতিয়াও হ'ব নোৱাৰে যে, সকলো বড়োভাষী উগ্ৰপন্থী বা সকলো অসমীয়া ভাষী উগ্ৰপন্থী। বড়ো বা অসমীয়া বা বামুন-কলিতা, কোচ ইত্যাদি....। কিবা এটা লগাই দিলে সুবিধাবাদী ৰাজনীতিজ্ঞৰ লাভ হয় বেছি। কিন্তু সৰ্বসাধাৰণ ৰাইজ যে নিকৃষ্ট ৰাজনীতিৰ বহু ওপৰত তাক প্ৰমাণ কৰিলে খৈৰাবাৰীয়ে। বহুত বড়োভাষী অঞ্চলত আমি নাটক কৰিছোঁ, - ক'তা, অসমীয়া ভাষী নাটক বুলিতো নোচোৱাকৈ থকা নাই। তেনেহ'লে ডাঙৰ ডাঙৰ ৰাজনৈতিক নেতাৰ কাকতে পত্ৰই এইবোৰ কিহৰ চিএৰ, কিহৰ বিদ্বেষৰ ইংগিত?

শেষ নিশা আমাক থিয়েটাৰৰ শিল্পী ক'লা কুশলীক সকলোৰে হৈ মঞ্চত থিয়েটাৰ পৰিচালনা কমিটিয়ে এখন 'আড়নাই' দি মৰম যাচিলে। সেই মঞ্চতে একে সময়তে এটা সন্থাইও এখন গামোচাৰে আমাক মৰম যাচিলে। কথাটো বুজিলেনে - আড়নাই আৰু গামোচা। কোনখন অসমীয়া বা অসমৰ? ইয়াতে বৈ আছে যে বৃহত্তৰ অসমীয়া জাতি গঠনৰ অদূৰদৰ্শী চিন্তাৰ নিষ্ফল আস্ফালন। ●

(৬ ডিচেম্বৰ, ১৯৯২)

# বান্দৰৰ ভাৰত দাহন



প্ৰসংগক্ৰমে ২৯ তাৰিখে এই শিতানত এটি কথা লিখা হৈছিল - “এই স্বাধীনতা জন্মতেই যে কেনা লগা তাৰ প্ৰমাণ জাতিৰ পিতা, ভাৰতীয় স্বাধীনতা সংগ্ৰামৰ পুৰোহিত মহাত্মা গান্ধীৰ হত্যা। সেই চিতাৰ জুই আজিও ভাৰতত জ্বলি আছে। অৰ্থাৎ ভাৰত দাহন হ'লেও আচৰিত হ'ব লগা নাই।” অৱশেষত সেয়াই হ'ল। এসময়ত ৰামভক্ত এজন হনুমানে লংকা দাহন কৰিছিল,

আৰু আজি বহু হনুমানে ভাৰতবৰ্ষ জ্বলাই দিলে। জ্বলাই দিলে মানৱতা, জ্বলাই দিলে ধৰ্মনিৰপেক্ষতা, জ্বলাই দিলে ভাতৃত্বৰ বান্ধোন, জ্বলাই দিলে দেশৰ মান মৰ্য্যদা আৰু সংবিধানৰ পবিত্ৰতা।

"ধৰ্ম বাণিজ্যকো হীনো জঘন্যো
ধৰ্মবাদি নাম।"

ধৰ্মৰ যোগেৰে যদি কোনোবাই কিবা সুবিধা আদায় কৰিবলৈ বিচাৰে তাক ধৰ্ম-বাণিজ্য বোলা হয়। এই কাম অতি হীন, অতি জঘন্য। ৰামভক্ত হিন্দুবোৰে ৰামমন্দিৰ নিৰ্মাণ কৰিবলৈ গৈ বাবৰি মছজিদ ধ্বংস কৰিলে। ধ্বংস কৰিলে হেজাৰ বছৰীয়া সম্প্ৰীতি। এই জঘন্য কাম যিসকলে কৰিলে তাৰ ভিতৰত কমেও এক ডজন ভাৰতৰ প্ৰধান মন্ত্ৰী হোৱাৰ স্বপ্ন দেখা ব্যক্তি আছে, যিসকলে ৰাজনৈতিক স্বাৰ্থ চৰিতাৰ্থ কৰাৰ বাবে ৯০ কোটি মানুহক অনিশ্চয়তাৰ মুখলৈ ঠেলি দিলে। লগত আছে তেওঁলোকৰ বান্দৰ -সেনানী। যি সময়ত দেশখনৰ অৰ্থনৈতিক বুনিয়াদ ভাঙি পৰিছে, ঋণৰ বোজা, বস্তুৰ জুই চাই দাম, লাখ লাখ শিক্ষিত নিবনুৱা .....ইত্যাদি নানান সমস্যাত ৰাইজ দিশহাৰা, সেই সময়ত ৰামৰাজ্যৰ স্বপ্ন বাস্তৱত পৰিণত কৰিবলৈ কৰা অবাস্তৱ সংগ্ৰামৰ ফলত যি ঘটনা ঘটিল, স্বাধীন ভাৰতৰ ইতিহাসত সি আটাইতকৈ কলংকিত ঘটনা হিচাপে চিহ্নিত হ'ব।

অসমৰ বিভিন্ন ঠাইতো এই জুয়ে ছানি ধৰিছে। শ শ মানুহৰ ঘৰ দুৱাৰ পুৰি গৃহহাৰা কৰা হ'ল। বহুজনে নিজৰ নিজৰ আত্মীয় স্বজন হেৰুৱালে। সেই দুৰ্ভগীয়া মানুহখিনিলৈ আমাৰ অশ্ৰু অঞ্জলি যচাৰ বাহিৰে আন কোনো উপায় নাই। আমি আশা কৰো, ইমান দিনে শান্তিৰে বসবাস কৰি অহা সকলো ধৰ্মৰ মানুহৰ এতিয়া আটাইতকৈ ডাঙৰ কৰ্তব্য হ'ব, কিমান সোনকালে এই জুই নুমাব পাৰি। এটি শান্তিৰ বাতাবৰণ সৃষ্টি কৰি কিমান সোনকালে আমাৰ কৌটিকলীয়া সম্প্ৰীতিৰ এনাজৰীডাল কটকটীয়া কৰিব পাৰি। এই মুহূৰ্তত সকলো দল সংগঠনে দলীয় স্বাৰ্থ, সাংগঠনিক আদৰ্শ, ৰাজনৈতিক মুনাফা আদায়ৰ মনোভাৱ কিছুদিনৰ বাবে হ'লেও বাদ দি যাতে ভাতৃঘাটি ঘটনাৰ পুনৰাবৃত্তি হ'ব নোৱাৰে তাৰ বাবে চেষ্টা কৰাটোৱেই হ'ব মানুহ হিচাপে মানুহৰ প্ৰতি কৰিব লগা মহান কৰ্তব্য। ●

*(১৩ ডিচেম্বৰ ১৯৯২)*

# একতাৰ আবিস্কাৰ



দেশৰ মহান ব্যক্তিসকল, ৰাজনৈতিক নেতাসকল, বিভিন্ন সময়ত দেশৰ বিভিন্ন প্ৰান্তৰলৈ গৈ সেই সেই অঞ্চলৰ মানুহৰ মাজত ভাৱৰ, চিন্তাৰ বিনিময় ঘটোৱা এটা পৰম্পৰা। প্ৰাকৃতিক দুৰ্যোগ, ভুল বুজাবুজিৰ বাবে অশান্তি, জাতীয় আনন্দ উৎসৱ আদিতো, সেই সকল নেতাৰ উপস্থিতিয়ে দুৰ্দিনত সাধাৰণ মানুহৰ ভাগ্তি পৰা মনত সাহস দিয়ে। আনন্দ উৎসৱ মুখৰ দিনত সাধাৰণ মানুহৰ মনবোৰ মতলীয়া কৰে; ফলত একতাৰ বান্ধোনৰ এনাজৰীডাল আৰু মজবুত হয়।

আজি কিছুদিন আগতে আমাৰ উপৰাষ্ট্ৰপতি শ্ৰীকে, আৰ নাৰায়ণনে অসমলৈ আহি ডিমৰীয়াত ডঃ আম্বেদকাৰ ভৱনটো উদ্বোধন কৰিলে। সেইদিনা সন্ধিয়া ৰবীন্দ্ৰ ভৱনত বিখ্যাত চাহ খেতিয়ক শ্ৰীহেমেন্দ্ৰ প্ৰসাদ বৰুৱাৰ মাতৃৰ নামত উচৰ্গা কৰা কমলকুমাৰী ফাউণ্ডেচনৰ প্ৰথম ৰাষ্ট্ৰীয় বঁটা প্ৰদান কৰিলে বিজ্ঞানৰ অধ্যাপক চিন্তামণি নাগেশ আৰ্ ৰাওক আৰু কলাবিদ শোভা ব্ৰহ্মক। দিনা ডিব্ৰুগড় বিশ্ববিদ্যালয়ৰ অনিৰুদ্ধ দেৱ আসনৰ শুভ উদ্বোধন কৰিলে।

বাতৰি কাকতৰ মতে উপ ৰাষ্ট্ৰপতি গৰাকীয়ে কয় যে, 'বিশ্বৰ আন আন ঠাইৰ লগতে দেশখনতো এক উত্তেজনা বিৰাজমান। শান্তি-সম্প্ৰীতি ৰক্ষাৰ ওপৰত তেওঁ গুৰুত্ব আৰোপ কৰে। 'আমাৰ দেশৰ মানুহৰ একতাক পুনৰ আৱিষ্কাৰ কৰিব লাগিব।' তেখেতে কয়।

ডিব্ৰুগড়ৰ পৰা ডিগবৈত এৰাতি থাকি গুৱাহাটীলৈ আহি কামাখ্যা, শুক্ৰেশ্বৰ, উমানন্দ আদি তীৰ্থস্থান দৰ্শন কৰি ব্ৰহ্মপুত্ৰত কিছুসময় বিহাৰ কৰি ছিলঙলৈ যায়। যি তিনিটা কামৰ কাৰণে উপৰাষ্ট্ৰপতি অসমলৈ আহিছিল, আৰু তাৰ বাবে দেশৰ যিমান অৰ্থ খৰছ হ'ল, এই অৰ্থ সংকটৰ সময়ত আমাৰ বোধেৰে সমীচীন হোৱা নাই। সমীচীন হ'লহেঁতেন যদি ৰাজ্যখনৰ অৰ্থনৈতিক ভড়াল টনকিয়াল থাকিলহেঁতেন। তেখেতে যি সময়ত অসমলৈ আহিছিল, 'ৰাম সকল'ৰ সীতাৰ অগ্নি পৰীক্ষাৰ জুই ভালদৰে নুমোৱা নাছিল। মনৰ জুই এতিয়াও হয়তো দপ্দপ্কৈ জ্বলি আছে। তেখেতে সেই জুই জ্বলা অঞ্চললৈ এবাৰ গ'লে ভাল আছিল। ৰাজনীতিৰ জুইত আধাপোৰা সৰ্বসাধাৰণ ৰাইজে মনত অলপ হ'লেও সকাহ পালেহেঁতেন। তেনেকৈ হয়তো অসমৰ দূৰদৰ্শী সেৱকসকলে চিন্তা নকৰিলে। ধৰ্ম-নিৰপেক্ষ ভাৰতবৰ্ষৰ দ্বিতীয়জন নাগৰিক উপৰাষ্ট্ৰপতিক কেৱল তিনিখন হিন্দুৰ তীৰ্থস্থানলৈ নিয়েই ক্ষান্ত থাকিল। পবিত্ৰ মনেৰে পূণ্যতীৰ্থ দৰ্শন কৰা তেখেতৰ ব্যক্তিগত কথা। কিন্তু যি সময়ত বাবৰি মছজিদ আৰু ৰাম জনমভূমিক লৈ বিশ্বৰ বিভিন্ন প্ৰান্তৰ লগতে, অসমতো ধৰ্মৰ নামত প্ৰত্যক্ষ আৰু পৰোক্ষভাৱে জ্বলা অশান্তিৰ জুইয়ে সকলোকে পুৰি মাৰিব খুজিছে, সেই সময়ত মাননীয় উপৰাষ্ট্ৰপতি গৰাকীক ধৰ্মানুস্থান দৰ্শনৰ কাৰ্যসূচী কেৱল কামাখ্যা, শুক্ৰেশ্বৰ, উমানন্দতে সীমাবদ্ধ নাৰাখি কাষতে থকা হাজোৰ পোৱামক্কাতো এডাল মম জ্বলাই দেশৰ এই সংকটময় অৱস্থাৰ পৰা মুক্তি পোৱাৰ মানসেৰে আল্লাৰ ওচৰত যদি প্ৰাৰ্থনা কৰিলেহেঁতেন, আমাৰ দৰে সাধাৰণ মানুহে মাননীয় উপৰাষ্ট্ৰপতি তথা তেখেতৰ অসম ভ্ৰমণ সূচী নিৰ্দ্ধাৰণ কৰা কৰ্ণধাৰ সকলৰো মহানুভৱতাৰ, দেশপ্ৰেমৰ, ধৰ্মনিৰপেক্ষতাৰ প্ৰতি সদভাৱ কিমান বুজাত কঠিন নহ'লহেঁতেন।

নব্বৈ কোটি জনগণৰ মুক্তিদাতাসকলৰ এনেকুৱা ক্ৰিয়াকাণ্ড দেখি হঠাৎ যেন মহাশূণ্যৰ পৰা কোনোবাই চিঞৰি চিঞৰি ক'লে : "ধৰ্মশাস্ত্ৰ পাঠতে ধৰ্ম নহয়। মন্দিৰ-মছজিদ-গীৰ্জা দৰ্শনতে ধৰ্ম নহয়। কৰ্মৰ আত্মবিশ্লেষণ কৰা। মানুহৰ মানৱীয় হৃদয়ৰ বুজ লোৱা। নিজকে নমাই অনা সেই শাৰীলৈ য'ত যথাৰ্থ নিপীড়িতজন বহি থাকে।" ●

(৩ জানুৱাৰী ১৯৯৩)

# গঁড়ৰ জিভা



গোবালপাৰাৰ শিমলীতোলাত এজন ৯০ বছৰীয়া ব্যক্তিক লগ পালো। এসময়ত শ্ৰদ্ধেয় শ্ৰীনন্দেশ্বৰ তালুকদাৰ, শ্ৰীধীৰেশ্বৰ কলিতা আদিৰ লগত কমিউনিজম আন্দোলনত সক্ৰিয়ভাৱে জড়িত আছিল। কথা প্ৰসঙ্গত বুজিলো, মানুহজন বৰ্তমান দেশৰ পৰিস্থিতিত যেন ভাগি পৰিছে। মৃত্যুৰ আগ মুহূৰ্ত্তত এনে এখন স্বাধীন দেশৰ ছবি বুকুত বান্ধি লৈ যাব লাগিব বুলি কোনোদিনে কল্পনা কৰা নাছিল। কল্পনা কৰা নাছিল দেশ-নেতাসকলৰ চিন্তা ভাৱনাৰ অৱক্ষয়ৰ স্বৰূপ। তেখেতৰ কথাৰ মাজত বৰ্ত্তমান দেশৰ নেতাসকলৰ কৌশলগত দুৰ্নীতিৰ, ভয়াবহ নিবনুৱা সমস্যা আৰু আলফাৰ কথাই গুৰুত্ব পাইছিল। মন্ত্ৰী-বিধায়কৰ পৰা এজন সাধাৰণ চাকৰিয়াললৈকে প্ৰত্যেকেই সুবিধা পালে দুৰ্নীতি কৰাৰ যি প্ৰৱণতা, শিক্ষা-দীক্ষা, অৰ্হতা থাকিও এটা চাকৰিৰ বাবে হেজাৰ হেজাৰ টকা ঘোচ দিব লগা হোৱা পৰিস্থিতি আৰু আত্মসমৰ্পণ কৰা আলফাৰ নিজক লৈ ব্যস্ত হোৱা স্থিতিয়ে মানুহজনৰ মনত উদয় হোৱা বেদনাদায়ক অন্তৰ্দহনৰ আভাস পালো। কিছুদিন আগতে কেইজনমান ডিপ্ল'মা আৰু স্নাতক

অভিযন্তাৰ চিঠিখনৰ কথা মনত পৰিল। "আজি অসমত নিবনুৱা হৈ থকা শ শ ডিপ্ল'মা আৰু স্নাতক অভিযন্তাৰ শোকাবহ অৱস্থাৰ কথা যেন অগ্ৰদূত কাকতৰ যোগে উক্ত শিতানত প্ৰকাশ কৰে।" অকল অভিযন্তা ভাইসকলেই নহয়, হেজাৰ হেজাৰ নিবনুৱা ভাতৃৰ শুকান মুখবোৰ মনৰ মাজত ভাঁহি উঠিল। ভাঁহি উঠিল - সেই ভাতৃসকলৰ পিতৃ-মাতৃৰ মুখবোৰ। অথচ আমি এটাৰ পিছত এটা আন্দোলন কৰিয়েই আছোঁ; দুৰ্নীতি কৰিয়েই আছোঁ; ফাঁকি দিয়েই আছোঁ; ইজনে সিজনলৈ বোকা ছটিয়াইয়ে আছোঁ। আলফাই এখন স্বাধীন অসমৰ চিন্তা কৰি বহুত কিবা-কিবি ঘটালে। এতিয়া এদলে আত্ম সমৰ্পণ কৰিলে। ইতিমধ্যে সতীৰ্থকে ধৰি বহুজন স্বাধীন অসম যজ্ঞৰ বলি হ'ল। তাৰ আগতে সোণৰ অসম গঢ়া যজ্ঞত হেৰুৱা ভাই-বন্ধুসকলৰ কথা নক'লোৱেই যেনিবা! (ক'লে বিশ্বাসঘাতকতা কৰা হ'ব)। এতিয়া আত্মসমৰ্পণ কৰা সকলে গাড়ী-বাৰী লৈ 'মূল সুতি'লৈ উভতি আহিল। ইমান সোনকালে তেখেতসকলে স্বাধীন অসমৰ কথা পাহৰি গ'ল নেকি? পাহৰি গ'ল নেকি - হেজাৰ হেজাৰ তেওঁলোকৰ নিবনুৱা ভাতৃৰ কথা? যিসকলে এদিন সকলো ধৰণে তেখেত সকলক সহায় কৰিছিল। অকল নিজৰ কথা নেভাবি যদি এখন আঁচনি চৰকাৰৰ ওচৰত দিলেহেঁতেন - সঁচা অৰ্থত যিখনে হেজাৰ হেজাৰ নিবনুৱা সংস্থাপিত হোৱাৰ লগতে অসমৰ অৰ্থনৈতিক ৰূপান্তৰ আনিব পাৰে আৰু তাৰ আগভাগ তেখেত সকলে যদি ল'লেহেঁতেন তেনেহ'লে আমাৰ ক'ব লগা একো নাছিল। ঠিক তেনেকুৱা কিবা এটাৰ আশা আমি এতিয়ালৈ দেখা নাই।

- বোপাই।

- হুঁ।

- কি হ'ল, কি চিন্তা কৰিছা? যিখন দেশত সকলোকে মাত্ৰ মন্ত্ৰীত্বহে লাগে; যিখন দেশত ৰজাই চুৰ কৰে - তাত একো নহ'ব।

আকৌ এটা কথা মনত পৰি গ'ল। এজন মুখ্যমন্ত্ৰীৰ। তেখেত ইমান দেশপ্ৰেমিক যে মন্ত্ৰীত্বৰ বাবে মাত্ৰ এটকা দৰমহা লৈছিল। আঃ কি মহান হৃদয়!! পিছে, তেখেতক যোগান ধৰিব লাগিছিল ৩৫ লিটাৰ গাখীৰ, ২০ টা মুৰ্গী, ১০ খন গাড়ী। (তাৰে এখন কণ্টেছা গাড়ী, এখন লাম্বাৰী বাছ)। ডাইনিং টেবুলখনত পৰিছিল ১১ হেজাৰ টকা। পৰ্দাত গৈছিল ২০ হেজাৰ ৫০০ শ টকা। সেইজন আছিল নান্দমুৰি তাৰক ৰামৰাও। সংক্ষেপে এন, টি ৰামাৰাও। সন্ন্যাসীৰাজ। গঁড়ে মানুহ খাব লাগেনে? ●

(১০ জানুৱাৰী ১৯৯৩)

# নীলা শিয়াল



মুৰ্গী মঙহ, বিলাহী, বৌ মাছ, আলু, ফুল কবিৰ তৰকাৰী, জহা চাউলৰ ভাতেৰে ৫৫ বছৰীয়া মানুহজনে পৰম তৃপ্তিৰে খাই থাকোতে মই লক্ষ্য কৰিছিলো মানুহজনৰ চকুৰে বৈ অহা দুধাৰি চকুলো। মানুহজনৰ নাম ভৰত বাভা। পৰীক্ষাৰ শেষত ল'ৰা-ছোৱালীৰ উৎপাত সহ্য কৰিব নোৱাৰি আমাৰ শ্ৰদ্ধেয়া গৃহিনীবোৰে আমাৰ ওচৰলৈ সিহঁতক পঠিয়াই দিছিল। এটা দেওবাৰে সিহঁতৰ উৎপাত নিধন কৰিম বুলি কুলচিলৈ বনভোজ খাবলৈ গৈছিলো। বাটৰ পথেৰে প্ৰায় ১১ মান বজাত কুলচি পালো।

আনন্দ বলীয়া বহুজাক মানুহ। ঠাই নাই। লগ পালো ভৰত বাভাক। আগাৰ ওৰেৰৰ দৰে পিন্ধা ফটা চোলা হাতত এখন বাঁহৰ নালৰ কেকোঁৰা দা। আমাৰ অসহায় অৱস্থাটো দূৰৈৰ পৰা লক্ষ্য কৰিছিল। ওচৰলৈ আহি ক'লে, বাবু এই খিনিতে খাব পাৰিবি। চাফা কৰি ল'লে এইখিনিয়েই ভাল হ'ব। মোক

কিছু পইচা দিবি, মই ঠিক কৰি দিম'। অনুমতি দিয়াৰ লগে লগে অতি ক্ষিপ্ৰতাৰে সি সকলো কাম শেষ কৰিলে। তাক ভাত খাবলৈ কৈছিলো। খোৱাৰ সময়ত মই লক্ষ্য কৰিছিলোঁ তাৰ চকুপানী। কৌতুহলবশতঃ তাক সুধিলো - সি কৈছিল তাৰ পৰিয়ালটো প্ৰায় লঘোণে থাকিব লাগে। আজি অৱশ্যে আধা কেজি চাউল যোগাৰ কৰি দি আহিছে। সি ইয়াতে মাছে মঙহে খাই থাকোতে ল'ৰা-ছোৱালী কেইটালৈ মনত পৰাত তাৰ হেনো চকু পানী ওলাল। তাই বান্ধনিয়েতো (ঘৈণীয়েকে) টো সদায় কান্দি থাকে। বৰ সহজভাৱে ক'লে সি। কুলচিতেই তাৰ ঘৰ। নিজৰ মাটি দহ বিঘামান আছিল। আজি দুবছৰ মান আগতে হোৱা প্ৰবল বানে তাৰ পথাৰখনত বালি পেলাই দিলে। তেতিয়াৰ পৰা পেটে ভাতে খাই থকা ভৰত ৰাভাৰ সান্দহৰ বাটি বালিত পোত গ'ল। অঞ্চলটোৰ মানুহখিনি দুখীয়া বাবে বনুৱাগিৰি নকৰিলে উপায় নাই। বনভোজৰ সময়ত এনেকৈ সহায় কৰি সি কিছু উপাৰ্জন কৰে। বহুতে পিছে দিম বুলি নিদিয়েও হেনো। মাজে মাজে উপায় নহ'লে ফৰেষ্টৰ কাঠ চুৰি কৰি বিক্ৰি কৰে। মই তাক এনেয়ে বহুত কথা সুধিলো। ৰাম মন্দিৰ, বাবৰি মছজিদৰ কথা সুধিলো, একো ক'ব নোৱাৰে। মাত্ৰ গুৱাহাটীত বোমা ফুটা বুলি ক'লে। ভোটৰ কথা সোধাত ক'লে, সি হেনো ভোট দিছিল। কাক দিছিল পাহৰি গৈছে।

এটা সময়ত ভৰত ৰাভাৰ হাতত কেইটামান টকা গুজি দি আমি গুছি আহিলো। মনত থাকিল গালত দাড়িৰে ভৰতকাইৰ মুখখন, তাৰ চকুপানী আৰু কৃতজ্ঞতাৰ হাঁহিৰে বিদায় মুহূৰ্ত। পিছদিনা এখন দোকানৰ বেঞ্চত বহি বাতৰি কাকতত পঢ়িছিলো, নগাঁৱৰ ঘটনাৰ লগত জড়িত হোৱা মন্ত্ৰী, এম, এল, এ তথা নেতাৰ দেশসেৱাৰ নামত কৰা জঘন্য কাণ্ডৰ কথা। আৰু উমান পালো, অসমখন বিস্ফোৰণমুখী কৰি ৰখা জনতাৰ সেৱা চুৰ কৰা নীলা শিয়াল জাকৰ কাণ্ড। হঠাতে ধ্বনি দি দি বহু বাছ সন্মুখেৰে পাৰ হৈ গ'ল। ৰাভা সকলে স্বায়ত্ব শাসনৰ দাবীত অৱস্থান কৰিবলৈ গুৱাহাটীলৈ গৈছে। মনত পৰিল ভৰত ৰাভালৈ, মনত পৰিল বাস্পেয়েৰ অনশন। এফালে নীলা শিয়ালৰ অনশন, আনফালে ভৰত ৰাভাৰ অনশন। তাৰ বালিত পোত যোৱা একমাত্ৰ জীয়াই থকাৰ সম্বল মাটি ডোখৰ। তাৰ পৰিয়ালৰ ভৰণ-পোষণৰ বাবে চুৰি কৰা কাঠ, এইসকলোবোৰে আঙুল লগাই দিলে।

মুষ্টিমেয় কিছুমান নীলা শিয়ালৰ উৎপাতত কোটি কোটি ভৰত ৰাভাৰ কথা কোনে কেতিয়া উপলব্ধি কৰিব। হায় গণতন্ত্ৰ! হায় ভাৰতবৰ্ষ। ●

(২৭ ডিচেম্বৰ ১৯৯২)

# শিল্পী দিৱসৰ চিন্তা



নাট্যকাৰ জ্যোতি, চলচ্চিত্ৰকাৰ জ্যোতি, গীতিকাৰ জ্যোতি, সুৰকাৰ জ্যোতি, অভিনেতা জ্যোতি, নৃত্যশিল্পী জ্যোতি, কবি জ্যোতি, বিপ্লৱী জ্যোতিয়ে যি বৃহত্তৰ সাংস্কৃতিক অসমীয়া জাতিৰ সপোন দেখিছিল সেই সপোন আৰু যেন কোনোদিনে নফলিয়াব।

'মহাবাহু ব্ৰহ্মপুত্ৰ
মহামিলনৰ তীৰ্থ,
শত যুগ ধৰি আহিছে প্ৰকাশি
সমন্বয়ৰ অৰ্থ।'

সকলো মিছা হ'ল। মিছা হ'ল শংকৰদেৱৰ চিন্তা। মিছা হ'ল স্বাধীনতা আন্দোলনত জীৱন আহুতি দিয়া বীৰ-বীৰাঙ্গনা সকলৰ আত্মবলিদান। মিছা হ'ল - বৰদলৈ, ফুকনৰ পৰিকল্পনা। মিছা হ'ল- বিষ্ণু জ্যোতিৰ কল্পনা। মিছা হ'ল -

ৰঞ্জিত, মোজাম্মিল আদিকে ধৰি অস্তিত্ব সংগ্ৰামৰ শ্বহীদসকলৰ তেজ আৰু বহুত কিবা-কিবি। এই সকলোবোৰৰ বোধহয় এটাই কাৰণ যে জাতিটোৱে নিজস্ব চৰিত্ৰ গঠন কৰিব নোৱাৰিলে। আমাৰ কোনো নিশ্চিত চৰিত্ৰ নাই বাবেই নেকি আমি কাৰো আপোন হ'ব নোৱাৰিলোঁ, কাকো আপোন কৰিব নোৱাৰিলোঁ। বিগত দিনবোৰৰ কথা ফঁহিয়াই চালে কিছু কথা আমাৰ মনত প্ৰকট হৈ ধৰা পৰে। ছাত্ৰ সন্থাৰ আহ্বানত যেতিয়া আমি অসমীয়া ভাষা আন্দোলনত জপিয়াই পৰিছিলোঁ, তেতিয়া বিভিন্ন প্ৰকাৰে বাংলাদেশৰ পৰা অহা মুছলমান ভাই সকলেও আমাক সহায় কৰিছিল। অসমীয়া ভাষাকে মাতৃ ভাষা বুলি মানি লৈছিল। সেই সময়ত মুছলমান ভাইসকলে অনা-অসমীয়াৰ ওপৰত ঠায়ে ঠায়ে কৰা অত্যাচাৰত আমি 'উৎফুল্লিত' হৈছিলো। সময় বাগৰিল। অসমীয়া জাতিৰ অস্তিত্ব সংগ্ৰাম বুলি খ্যাত ছাত্ৰ সন্থাৰ বিদেশী বহিস্কাৰ আন্দোলনত জপিয়াই পৰিলোঁ। একে নিশাতে ভাষা আন্দোলনৰ অসমীয়া ভাষী বুলি স্বীকাৰ কৰা মুছলমান ভাইসকল শত্ৰু হৈ গ'ল। আকৌ সময় বাগৰিল। অকল সময়ে নহয় - গোটেই জাতিটোৱেই বাগৰিল। এতিয়া আকৌ বাবৰি মছজিদ আৰু ৰাম জনমভূমিক লৈ অযোধ্যাৰ ঘটনাত আমি যেন হিন্দু হৈ যাব ওলাইছোঁ। এবাৰ হিন্দু, এবাৰ অসমীয়া ভাষী, এবাৰ বৃহত্তৰ অসমীয়া এইবোৰ খেলি-মেলিয়ে জাতীয় সত্তাৰ স্বৰূপটো উদঙাই দিয়ে। উদঙাই দিযে আমাৰ নীতি, আদৰ্শ, দূৰদৰ্শিতা তথা চৰিত্ৰ। কঠোৰ পৰিশ্ৰম, ত্যাগ আৰু সুশিক্ষাৰে, সুনীতিয়েহে জাতিৰ অস্তিত্ব ৰক্ষা কৰিব পাৰে। শ্লোগানেৰে নহয়। উশৃঙ্খলতাৰে নহয়। ভোগেৰে নহয়। অপ্ৰিয় হ'লেও সত্য - এতিয়া আৰু অসমীয়া বুলি গৌৰৱ কৰাৰ দিন নাই। ছাত্ৰ সন্থা এতিয়া অসমীয়া ভাষী ছাত্ৰ সন্থা। সাহিত্য সভাও এতিয়া অসমীয়া ভাষীৰ সাহিত্য সভা। সেইদৰে শংকৰদেৱ, জ্যোতিপ্ৰসাদ আমি সকলো। চৰকাৰৰ চিন্তা-চৰ্চা উল্লেখ নকৰিলোৱেই যেনিবা।

এতিয়া উপায় কি? উপায় এটাতো উলিয়াবই লাগিব। নহ'লে এনেকৈ নীৰৱ দৰ্শক হৈ সকলোৱে বহি থাকিলে হ'ব জানো? ৰাজনীতি কৰা মানুহক বাদ দি ৰাজনীতিৰ গোন্ধ শুণ্ডি ফুৰা সংগঠনবোৰ বা তেনে নেতাক বাদ দি গোটেই জাতিটোৰ চিন্তাশীল ব্যক্তিসকলে সঁচা অৰ্থত এটা সংগঠন কৰক। য'ত হিন্দু নাই, মুছলমান নাই, অসমীয়া নাই, বড়ো নাই, বামুন-কলিতা নাই। আছে একমাত্ৰ 'এই' ভূখণ্ডৰ মানুহ। সময় লব। কাম হ'ব। ●

(২৪ জানুৱাৰী ১৯৯৩)

# জোনবিল মেলা



সাহিত্য-সংস্কৃতিৰ সু-গভীৰ চিন্তা-চৰ্চা কৰি যদি তাক আখৰেৰে ভাল ধৰণে লিপিবদ্ধ কৰা নহয়, বহু সময়ত জাতিৰ অতীত বুৰঞ্জী ফঁহিয়াই চাবলৈ, তাৎপৰ্য বুজাবলৈ, গুৰুত্ব উপলব্ধি কৰিবলৈ অসুবিধা হয়।

অলপতে এখন বৈশিষ্ট্যপূৰ্ণ মেলা দেখা পালোঁ। জোনবিল মেলা। জাগীৰোড আৰু জাগীভকত গাঁৱৰ মাজৰ জোনবিলৰ পাৰত এই মেলা হয়। মাঘ বিহুৰ ঠিক পিছৰ শুক্ৰবাৰে প্ৰতি বছৰে। এই মেলাত পাহাৰৰ তিৱা, কাৰ্বি, খাছি, গাৰো জনগোষ্ঠীৰ পুৰুষ-মহিলা দূৰ-দূৰণিৰ পৰা আহে তেওঁলোকৰ উৎপাদিত সামগ্ৰী হালধি, আদা, লা, ধুণা, জলকীয়া আদি লৈ। শুক্ৰবাৰৰ নিশা ভৈয়ামৰ লোকসকলে সান্দহ, পিঠা, মাহকৰাই আদি জোনবিলৰ পাৰলৈ নি গোটেই নিশাটো আনন্দ উৎসৱৰ মাজতে পাহাৰীয়া লোকসকলৰ সামগ্ৰীসমূহৰ লগত সলনা-সলনি কৰে। আনন্দ উৎসৱৰ মাজেদি বিনিময়ৰ আনন্দ লভি শনিবাৰে ৰাতিপুৱা অস্থায়ী জুপুৰিবোৰ পুৰি পাহাৰীয়া লোকসকল নিজ নিজ ঘৰলৈ উভতে। নিজ স্থানলৈ গৈ ভৈয়ামৰ পৰা লৈ যোৱা সান্দহ, পিঠা আদিৰে তেওঁলোকে বিহু পাতে। এয়ে পৰম্পৰা। এক সুন্দৰ সংস্কৃতি। সমন্বয়ৰ সুন্দৰ নিদৰ্শন। ইতিহাসৰ আঁত বিচাৰিলে জনা যায়, যি সময়ত অসমত বহুতো সৰু সৰু খণ্ডৰাজ্য আছিল, সেই সময়ত জয়ন্তীয়া ৰজাৰ অধীনত বৰ্তমানৰ মৰিগাওঁ, নগাওঁ, কাৰ্বি আংলং আৰু মেঘালয়ৰ কিছু অংশ সামৰি গোভা নামৰ এখন ৰাজ্য আছিল। সেই গোভা ৰজাৰ দিনৰ পৰাই এই উৎসৱ প্ৰচলিত হয়। এতিয়া সেই ৰাজ্য নাই যদিও ৰাজ পৰিয়ালৰ লোক - অৰ্থাৎ উত্তৰাধিকাৰী আছে। এতিয়া সেই উত্তৰাধিকাৰীজনক মাতি আনি মেলাৰ আগ দিনাখন সন্মান জনোৱা হয়।

ৰাজহুৱাভাৱে জোনবিলৰ মাছ মাৰি তাৰে এভাগ ৰজাক দি উৎসৱৰ আগদিনাখন তেওঁৰ লগতে ৰাইজে একেলগে ভোজভাত খায়। তাহানিৰ পৰা চলি অহা এই মেলাৰ মূল নীতিৰ এতিয়াও সাল সলনি হোৱা নাই। অৱশ্যে এতিয়া মেলাখনৰ বাহ্যিক চেহেৰাৰ অলপ পৰিবৰ্তন ঘটিছে। মেলাখনত কিছু অপ সংস্কৃতিৰ প্ৰৱেশ ঘটা পৰিলক্ষিত হৈছে বুলি বুজিব পাৰি; দৈনন্দিন জীৱনত লাগতিয়াল সামগ্ৰীৰ প্ৰায় হেজাৰখন বিপণীৰ লগতে এতিয়া তাত ৰাজহুৱা জুৱাৰো প্ৰচলন হোৱা দেখা গৈছে। বিপণীবোৰ প্ৰয়োজনীয়, কিন্তু জুৱাখেলবোৰ ক্ষতিকাৰক। অকল অৰ্থনৈতিক ক্ষতিয়ে নহয়, ইয়ে অদূৰ ভৱিষ্যতে ঐতিহ্যপূৰ্ণ মেলাখনৰ ঐতিহ্যটোৰো ক্ষতি কৰিব যেন লাগে। মেলাৰ উদ্যোক্তাসকলে এই দিশত অলপ চিন্তা-চৰ্চা কৰিব বুলি আশা কৰিছোঁ। এটা দৃশ্য দেখি নিজকে গুৰু জনাৰ অযোগ্য শিষ্য বুলি ধাৰণা হ'ল। প্ৰৱেশ দ্বাৰৰ তোৰণৰ দুয়োকাষে দেখিলো নিৰ্মল মুখৰ বহুতো জনজাতীয় ল'ৰা-ছোৱালী কিছুমান পুস্তিকা লৈ থিয় হৈ আছে, আৰু মেলা চাবলৈ সোমোৱা মানুহবোৰক সেই পুস্তিকাবোৰ বিনামূলীয়াকৈ বিলাই আছে। সেয়া আছিল খৃষ্টধৰ্মৰ প্ৰচাৰ পত্ৰিকা। তেওঁলোকক সুধি গম পালো তেওঁলোক শিলচাং আৰু তাৰ ওচৰ-পাজৰৰ পৰা আহিছে। আজিৰ পৰা ৯ বছৰ আগতে তেওঁলোক খৃষ্টধৰ্মত দীক্ষিত হৈছে। হিছাপ কৰি চালো, ১৯৮৪ চন। অস্তিত্ব ৰক্ষাৰ সংগ্ৰামৰ ভৰপক। মন্তব্য নিষ্প্ৰয়োজন যদিও এক সামন্তীয় প্ৰথাৰ মাজতে এই মেলাৰ উৎপত্তি; তথাপি এই উৎসৱৰ জনমুখী অৰ্থাৎ জনসংযোগৰ পৰম্পৰাটো এক আপুৰুগীয়া আৰু আদৰ্শনীয় সম্পদ। ইয়াতেই অতীতৰ এখন সৰু ৰাজ্যৰ অনামী শাসকৰ গণতান্ত্ৰিক চিন্তাৰ, সাংস্কৃতিক চেতনাৰ উমান পাব পাৰি, যি চিন্তা-চেতনাত আছিল প্ৰজাসাধাৰণৰ মাজত ভাতৃত্ববোধ গঢ়ি তোলাৰ আন্তৰিক প্ৰচেষ্টা। ৰাজ্য নেথাকিলেও, ক্ষমতা নেথাকিলেও আজিও সেই ৰাজপৰিয়ালৰ উত্তৰাধিকাৰীজনৰ সাক্ষাতত এই সম্প্ৰীতিৰ মেলাখন বহে। পূৰ্বৰ ৰজাৰ এই আন্তৰিকতাপূৰ্ণ সজ প্ৰচেষ্টাক আজি জনসাধাৰণে জীয়াই ৰাখিছে এক মহান সম্প্ৰীতিৰ পৰম্পৰা হিচাপে। এই মেলাখনৰ সম্প্ৰীতিৰ ধৰণটোলৈ আমাৰ আজিৰ গণতান্ত্ৰিক প্ৰশাসকসকলে এবাৰ ভালকৈ চকু ফুৰোৱা ভাল। আজিৰ ভাওঁতাৰ ৰাজনীতিৰ বিপৰীতে অতীতৰ সামন্তীয় ৰাজনীতি কিমান দূৰদৰ্শী আছিল তাৰ তাৎপৰ্য বিচৰাৰ সময় অৱশ্যে আজিৰ ৰাজনীতিকৰ নাই। মানসিকতাও নাই। কাৰণ তেওঁলোকৰ বাবে জনসাধাৰণৰ সম্প্ৰীতি মানেই ক্ষমতাৰ প্ৰতি প্ৰত্যাহ্বান। তথাপিও.......। ●

(৩১ জানুৱাৰী, ১৯৯৩)

# উলঙ্গ ভণ্ডামী



৩০ জানুবাবী। নগাঁবব বেবেজীয়া। সময় দিনব ১১ মান হ'ব। নগাঁও অভিমুখী আমাব গাড়ীখন হঠাৎ পুলিচে বখালে। ইঙ্গিতেবে গাড়ীখন কাষবীয়া কবিবলৈ ক'লে। .... সময় নাই.... পুলিচব তীব্র ব্যস্ততা....। তীব্র গতিত বিভিন্ন দিশব পবা দৌবি অহা গাড়ী, স্কুটাব, মটব চাইকেল, চাইকেল আদি মন্থব গতিব ঠেলা, খোজ কাঢ়ি অহা মানুহ ইত্যাদি পুলিচব ব্যস্ত ইঙ্গিতত বৈ গ'ল।

কিছু সময় পিছত হুইচেল বাজিল - অৰ্থাৎ সকলোকে নিজৰ নিজৰ গন্তব্য স্থানলৈ যাবলৈ দিয়া হ'ল। সিদিনা মহাত্মা গান্ধীৰ মৃত্যু দিবস বুলি জানো। সেই দিবসটোকে শ্বহীদ দিবস হিছাপে চৰকাৰীভাৱে (আজি কালি) পালন কৰে বুলিও জানো। সেয়ে প্ৰথমতে ভাবিলোঁ, সেই উদ্দেশ্যে কোনোবা বিয়াগোম মন্ত্ৰী-তন্ত্ৰীৰে আগমনৰ আগজাননী নেকি! পিছে, আচল কথা পিছতহে বুজিলোঁ। সেয়া আছিল গান্ধীজী নিহত হোৱা সময়, গতিকে পথে-ঘাটে বিচৰণশীল সকলে সেই মুহূৰ্ত্তত ৰৈ গান্ধীজী সমন্বিতে শ্বহীদসকলৰ আত্মাৰ সদগতিৰ বাবে প্ৰাৰ্থনা জনাব লাগে। এয়া চৰকাৰী নিৰ্দেশ, তাকেই পালন কৰাত জোৰ দিছিল পুলিচ প্ৰশাসনে। মহান ব্যক্তি সকলক সন্মান জনোৱাৰ কি অভিনৱ চমৎকাৰ পদ্ধতি! এনেকুৱা, অপৰিশীলিত বিশৃঙ্খল পদ্ধতিৰে জাতীয় বীৰসকলক স্মৰণ কৰা কামটো ভাৰতবৰ্ষৰ আন ক'ৰবাত হৈছে নে নাই নেজানো, পিছে অসমত হোৱা দেখিলোঁ। পুলিচৰ তীব্ৰ হুইচেল আৰু ধমকি সুৰীয়া নিৰ্দেশত বাধ্যত পৰি ৰৈ যোৱা পথচাৰীসকলৰ মুখত একোটা প্ৰশ্নবোধক চিন আঁকি দিয়াৰ বাহিৰে এই অভিনৱ পদ্ধতিটোৱে কি উদ্দেশ্য সাধন কৰিলে বুজা নগ'ল। ঘটনাটোনো কি পথচাৰীসকলৰ বহুতে, মানে নিৰানব্বৈ শতাংশই নুবুজিলেই। কাৰোবাৰ পৰা শ্বহীদ দিবস বুলি জানিলেও, কোনবিধ বা শ্বহীদ? অপ্ৰিয় হ'লেও সত্য, আজি কালি শ্বহীদৰ বহুত জাত হ'ল। স্বাধীনতা আন্দোলনৰ শ্বহীদ, অস্তিত্ব ৰক্ষা আন্দোলনৰ শ্বহীদ, ধৰ্মৰ কাজিয়াত নিহত শ্বহীদ, বড়ো আন্দোলনৰ শ্বহীদ আৰু কত কি। মুঠতে হেজাৰ জাতৰ শ্বহীদ। কোনোবাই শ্বহীদ আখ্যা দিয়াজন আকৌ কাৰোবাৰ বাবে দুচমন। পথচাৰীসকলৰ মনৰ প্ৰতিক্ৰিয়া .... 'এইবোৰৰ কোনোবা এবিধ হ'ব চাগে। এই দিবসটোৰ তাৎপৰ্য বুজাসকলৰ ভিতৰৰে ঠিক সেই মুহূৰ্ত্তত, অপাৰেচনৰত ডাক্তৰজনে, প্ৰসূতি গৃহত প্ৰসৱ বেদনাত ভুগি থকা শিক্ষিতা মাতৃ গৰাকীয়ে, এৰোপ্লেন চলাই থকা চালকজনে আৰু বহুতো দুঃসাহসিক কামত লিপ্ত থকাসকলে কেনেদৰে পালন কৰিব বুজা নাযায়। তেনেহ'লে চৰকাৰীভাৱে এই উদ্ভট চিন্তাটোৰ জন্ম কিয় হ'ল? এয়া চৰকাৰৰ এক অস্তিত্ব ঘোষণাৰে কায়দা নেকি?

এই পদ্ধতিৰে জনসাধাৰণৰ মনত দেশাত্মবোধৰ জন্ম দিব নোৱাৰি। গান্ধীয়ান ঐতিহ্যৰ চেতনা জনসাধাৰণৰ মনত লুপ্তপ্ৰায়। কিয়? ইয়াৰ বাবে দায়ী জনসাধাৰণ নহয়। গান্ধীৰ সত্য, ন্যায়নিষ্ঠতাৰ বাটেৰে বাট বুলিব নোৱাৰা, বাট বুলিব নোখোজা শাসকসকলহে। এক অনাড়ম্বৰ জীৱনযাপনেৰে সমাজৰ আটাইতকৈ নিপীড়িতজনৰ প্ৰতিনিধিত্ব কৰিব পাৰিছিল কাৰণেহে গান্ধীয়ে তৃণমূল পৰ্যায়ৰ পৰা এটা জাতিক একত্ৰিত কৰিব পাৰিছিল। গান্ধীৰ বাবে স্বাধীনতাৰ অৰ্থ আছিল ৰাজনৈতিক মুক্তি, কৰ্ম সংস্থান আৰু স্বাৱলম্বিত গান্ধীজী নিজে অৰ্থনীতিবিদ নাছিল। কিন্তু তেখেতৰ প্ৰতিটো কামৰ মাজত প্ৰকাশ পাইছিল ভাৰতৰ জনগণৰ কল্যাণ সাধনৰ অৰ্থনীতি। কিন্তু আজি 'গৰীৱ হটাও' আদি চমকপ্ৰদ শ্লোগানেৰে গ্ৰহণ কৰা বহুতো অৰ্থনৈতিক আঁচনিয়ে ক্ৰমে জনসাধাৰণক সৰ্বহাৰাহে কৰিবলৈ ওলাইছে কিয়? নিবনুৱাৰ সংখ্যা বাঢ়িছে কিয়? দেশৰ ঋণৰ বোজা বাঢ়ি গৈ আছে কিয়?

গান্ধীজীৰ গ্ৰামীন স্বৰাজৰ অৰ্থনীতি কল্পনা বিলাস নাছিল। প্ৰকৃততে জনগণৰ মুক্তিৰ মন্ত্ৰই আছিল তাত। কিন্তু তাৰ বিপৰীতে আজি গ্ৰাম্য অৰ্থনীতি বুলিবলৈ একোৱেই নাই। শুনিবলৈ ভাল লগা বহুতো অৰ্থনৈতিক আঁচনিৰ বহু ঘোষণা ইতিমধ্যে বহুবাৰ শুনা গ'ল; কিন্তু সেই আঁচনিয়ে জনসাধাৰণক কোনোদিনে নুচুলে।

পশ্চিমীয়া আৰ্হিৰ অৰ্থনীতিও প্ৰবৰ্ত্তন কৰা হ'ল; কিন্তু গান্ধীজীয়ে অনুভৱ কৰা বাস্তৱভিত্তি তাৰ মাজত বিচাৰি পোৱা নগ'ল। ফলত দেশখন আজি বিক্ৰী হোৱাৰ পথত।

অৰ্থনীতি, সমাজনীতি, যি নীতিয়েই নহওক, সকলোতে আজি শাসকৰ মাজত গান্ধীৰ সততা নেথাকিলে ভাৰতীয় সাধাৰণ জনগণৰ প্ৰকৃত মুক্তি কেতিয়াও আশা কৰিব নোৱাৰি। গান্ধীৰ নামত সুবিধাবাদৰ ৰাজনীতি কৰা সকলে এই কথা উপলব্ধি নকৰাৰ বাবে গান্ধী আজি জনমানসৰ পৰা হেৰাই যাব ধৰিছে।

সেয়ে ৰাজঘাটে গান্ধীৰ নামত এইবোৰ প্ৰহসনৰ ভাওনা নেপাতি শাসক সকলে গান্ধীৰ আদৰ্শেৰে, গান্ধীৰ সততাৰে দেশ গঢ়াৰ কামত ব্ৰতী হ'লে জনসাধাৰণে গান্ধীক স্বতঃস্ফূৰ্ত্তভাৱে সুঁৱৰিব। এই সোঁৱৰণহে হ'ব প্ৰকৃত স্মৃতি তৰ্পণ। ●

(৭ ফেব্ৰুৱাৰী, ১৯৯৩)

# বটদ্ৰৱাৰ বিননি

পৰম্পৰা প্ৰথা অনুযায়ী পবিত্ৰভাৱে প্ৰত্যেকে পিতৃৰ প্ৰতি থকা কৰ্ত্তব্য পালন কৰা দৰ্কাৰ। অসমীয়া সংস্কৃতিৰ পূৰ্ণৰূপ দিওঁতা অসমীয়া জাতিৰ পিতৃ স্বৰূপ মহাপুৰুষ শংকৰদেৱে জন্ম গ্ৰহণ কৰিছিল বটদ্ৰৱাত।

বটদ্ৰৱা নামে গ্ৰাম শস্যে মৎস্যে অনুপম লৌহিত্যৰ অতি অনুকূল।

এই অনুপম 'সৌন্দৰ্যহীন' বটদ্ৰৱালৈ আজি কিছুদিন আগতে গৈছিলোঁ। কিন্তু লক্ষ্য কৰি দেখা গ'ল যে তেঁৱাৰ জন্মস্থানখনিত যাত্ৰী আৰু পৰ্যটকৰ বাবে কোনো ভাল ব্যৱস্থা নাই। চৰকাৰো এই ক্ষেত্ৰত প্ৰায় উদাস। বিমলা প্ৰসাদ চলিহাৰ পিছত ১৯৯১ চনত অসমৰ মুখ্যমন্ত্ৰীয়ে এক লাখ টকা দিছে। কেইজনমান থান পৰিচালনা কৰা সদস্যৰ পৰা গম পালো যে অসমীয়া জাতিৰ অস্তিত্ব ৰক্ষাৰ সংগ্ৰামেৰে শাসনৰ গাদী লোৱা তেতিয়াৰ মুখ্যমন্ত্ৰীয়ে এটি মৰা চৰাই আৰু উদ্যোগমন্ত্ৰীয়ে এটি কলা বগা টি ভি দিয়েই গুৰুজনাৰ প্ৰতি থকা দায়িত্ব পালন কৰিছিল।

বটদ্ৰৱা থানৰ লগত ওতঃপ্ৰোতভাৱে জড়িত দুখন সত্ৰ হ'ল শ্ৰী শ্ৰী নৰোৱা সত্ৰ আৰু শ্ৰী শ্ৰী শলগুৰি সত্ৰ। চৰকাৰে উক্ত সত্ৰ দুখনৰ নামত থকা মাটি সমূহ আইন মতে অধিগ্ৰহণ কৰিলেও এতিয়ালৈকে সত্ৰ পৰিচালকৰ বাবে ক্ষতি পূৰণ দিয়া নাই। বটদ্ৰৱা থানৰ ব্যাসাৰ্দ্ধৰ ভিতৰত বৃটিছ চৰকাৰৰ দিনতে Inner Line ৰ ব্যৱস্থা কৰিছিল। কিন্তু বৰ্ত্তমান চৰকাৰৰ নীতিৰ ফলত Inner Line ব্যৱস্থা সোলোক ঢোলোক হোৱাৰ ফলত ভৱিষ্যতৰ নিৰাপত্তাৰ আশংকাত স্থানীয় ৰাইজে উদ্বেগ প্ৰকাশ কৰে। বটদ্ৰৱা থানৰ ওচৰে-পাজৰে থকা কেইবাখনো সত্ৰ ইতিমধ্যে দুষ্কৃতিকাৰীৰ দ্বাৰা কেবাবাৰো লুণ্ঠিত হৈছে। এই ক্ষেত্ৰত এতিয়াই চৰকাৰ আৰু সকলো ধৰ্মীয় ৰাইজ সতৰ্ক নহ'লে ভৱিষ্যত অশান্তিৰ জুয়ে খাণ্ডৱ দাহন কৰাৰ সম্ভাৱনা নুই কৰিব নোৱাৰি।

বৰ্ত্তমান থানখন যাত্ৰীসকলৰ অৰিহণা, দান, বৰঙণি আদিৰ ওপৰতে চলিছে। সুখৰ বিষয় এয়ে যে থান পৰিচালনা সমিতিয়ে তাৰবীয়া ধনৰ পৰা তলত উল্লেখ কৰা স্থানীয় অনুষ্ঠানসমূহলৈ বৰঙণি আগবঢ়াইছে।

(১) বটদ্ৰৱা কলেজলৈ এক লাখ টকা।

(২) সতী ৰাধিকা শান্তি স্মৃতি মন্দিৰ নিৰ্মাণৰ সকলো কাম কৰিছে প্ৰতি বছৰে আৰ্থিক অনুদান আগবঢ়াই।

(৩) শ্ৰীমন্ত শংকৰদেৱ গৱেষণা প্ৰতিষ্ঠানটো স্থাপন কৰাৰ ক্ষেত্ৰত থানে অগ্ৰণী ভূমিকা লৈ ৬ হেজাৰ টকা অনুদান দিছে।

(৪) বটদ্ৰৱা আৰক্ষী নিৱেশ প্ৰতিষ্ঠাৰ ক্ষেত্ৰতো থানে আৰ্থিক অনুদান দিছিল।

(৫) সতী ৰাধিকা বালিকা ইংৰাজী বিদ্যালয়খনিলৈকো থানে আৰ্থিক অনুদান দিছিল।

(৬) থানৰ চৌদিশৰ ৰাস্তা পদূলি বন্ধোৱা কামো সমিতিয়ে কৰি আছে।

থান পৰিচালনা কমিটিয়ে কৰা এনে ধৰণৰ উন্নয়নমূলক কামে আমাক সন্তোষ দিলেও আমাৰ দৃষ্টিত পবিত্ৰ বটদ্ৰৱা থানখনৰ উন্নতিৰ অৰ্থে চৰকাৰ তথা ৰাইজৰ কৰণীয় বহুত আছে।

(১) বটদ্ৰৱা থানলৈ যোৱা বাট পথৰ উন্নতি।

(২) পবিত্ৰ থানখনৰ উন্নতি তথা সৌন্দৰ্য বৃদ্ধিৰ বাবে এখন সুপৰিকল্পিত আঁচনি।

(৩) গুৰুজনাৰ মুখে মুখে প্ৰচলিত, কিংবদন্তীসমূহ লিখি প্ৰকাশ কৰা।

(৪) থানৰ চৌদিশে পৰি থকা পুৰণি ভাস্কৰ্য কীৰ্তিচিহ্ন সমূহৰ গৱেষণা কৰি তথ্য উদ্ধাৰ।

(৫) যাত্ৰী তথা ভকত বৈষ্ণৱৰ জিৰণি চ'ৰাৰ উন্নতি সাধন কৰা।

(৬) থানৰ চৌহদতে থকা অসম চৰকাৰৰ সাংস্কৃতিক সঞ্চালকালয়ৰ কাৰ্যালয়টোৱে নিষ্ক্ৰিয় ভূমিকা পালন কৰিছে।

উল্লেখযোগ্য যে গুৰুজনাই নিজহাতে লিখা "গুণমালা" পুথিখন কাৰবাৰে কোনো এক স্থানত কাৰোবাৰ ঘৰত আছে। তেনে এক অমূল্য সম্পদ ৰাইজে চাবলৈ ব্যৱস্থা কৰা উচিত। অসমীয়া সংস্কৃতিৰ নামত গুৰুজনাৰ ঢাক-ঢোল বজাই লাখ টকা খৰচ কৰি বিভিন্ন উৎসৱ পাতিয়েই ক্ষান্ত নাথাকি দ্বিতীয় বৈকুণ্ঠ বটদ্ৰৱা থানৰ প্ৰকৃতাৰ্থত উন্নতি সাধন প্ৰত্যেক অসমীয়াৰে দায়িত্ব বুলি আমি সকলোৱে ভবা উচিত। অন্যথা "মোকো গুৰু লাগে মই প্ৰকৃত শিষ্য" অৰ্থহীন হ'ব। ●

(১৪ ফেব্ৰুৱাৰী, ১৯৯৩)

# আচাম কা বাপ



দেশ স্বাধীন হোৱাৰ পিছত সংবিধানসূত্রে গণতন্ত্রৰ নামত 'মৌলিক অধিকাৰ' সমূহ উপভোগ কৰা কথা এটা পালো সঁচা; কিন্তু কার্যতঃ আমি ক'ত কিদৰে, কি পৰিবেশত জীয়াই থাকিব লগা হৈছে সেইবোৰ সুস্থ মগজুৰে চিন্তা কৰিলে বিবেকৰ দংশনত, মানৱতাৰ আদালতত, পৰাধীন দেশ এখনত বাস কৰাতকৈ নিকৃষ্ট পৰিবেশত জীয়াই থকা যেন লাগে। আমাৰ সকলো স্বাধীনতা যেন কোনোবাই হৰণ কৰি নিছে। পৱিত্ৰভাৱে পৱিত্ৰ চিন্তাৰে সৎকাম কৰি জীয়াই থকাটো আমাৰ দেশত অসম্ভৱ হৈ উঠিছে।

নলবাৰী জিলাৰ হাবিভঙা গাঁৱত প্ৰতি বছৰে ধৰ্ম প্ৰাণ ৰাইজে সভা মহোৎসৱ পাতে। স্বাভাৱিকতে অঞ্চলটোৰ ৰাইজৰ সমাগম হয়। সেই উৎসৱত আমাকো (কহিনুৰ থিয়েটাৰ) নাট প্ৰদৰ্শন কৰাৰ বাবে আমন্ত্ৰণ কৰিছিল। ধৰ্মপ্ৰাণ ৰাইজে নাটক চোৱাৰ লগতে তাৰ পৰা সংগৃহীত ধনেৰে গাৱঁৰ বিভিন্ন কল্যাণকামী কামত খৰচ কৰিব। কিন্তু সকলো আশাত চেঁচাপানী পৰিল। আমিও যথেষ্ট লোকচানৰ সন্মুখীন হ'লো। প্ৰথম দিনা (১২/২/৯৩ ইং) নাট আৰম্ভ হোৱাৰ পিছত ধৰ্ম প্ৰাণ ৰাইজে নাটক আৰু ধৰ্ম লৈ ব্যস্ত থকা অৱস্থাতে আৰ্বিভাৱ হ'ল সাধাৰণ পোছাকত সৈনিক বিষয়াসহ সৈনিকৰ দল এটা। সাজ ঘৰৰ আশে-পাশে সকলো কথা আওকান কৰি শিল্পী কৰ্মীক বিভিন্ন প্ৰশ্ন কৰিব ধৰিলে।

সাধাৰণতে মঞ্চৰ পিছফালে এন্ধাৰ থাকে। সেই সময়ত সকলো ব্যস্ত থকাৰ বাবে বিশেষকৈ বিষয়া সকল সাধাৰণ পোছাকত থকাৰ বাবে বহুতে কথাবোৰত গুৰুত্ব দিয়া নাছিল বা দিবলৈ সময়ৰ অভাব। কিন্তু তাতে বিষয়াজনে অগ্নিশৰ্ম্মা হৈ ভোৰ-ভোৰাব ধৰিলে। এজন শিল্পীয়ে তেখেতৰ পৰিচয় সোধাত ক্ৰোধান্বিত হৈ উত্তৰ দিলে - "মে আচাম কা বাপ। জিসনে মেৰা নাম পুসনেকো হিম্মৎ কিয়া উৱ আজ তক জিন্দা নহি ৰহা।" -

থিয়েটাৰ প্ৰদৰ্শন শেষ হ'ল। এইবাৰ বিষয়াই আৰম্ভ কৰিলে দৰ্শক - শিল্পীক জেৰা, শাৰীৰিক অত্যাচাৰ আৰু গাড়ীত উঠাই লৈ যাবলৈ শক্তি প্ৰয়োগ। উদ্যোক্তা ৰাইজ আৰু শিল্পীসকলৰ অনুৰোধত থিয়েটাৰৰ শিল্পী কেইজনক ৰেহাই দিলে যদিও বহু কেইজন দৰ্শক, দোকানীক গাড়ীত উঠাই লৈ গ'ল। অৱশ্যে বিখন দেশত বুদ্ধিজীৱি, সাংবাদিক, সাহিত্যিক আদি জাতিৰ নমস্য ব্যক্তিসকলেও ৰেহাই নেপায়, তেনেক্ষেত্ৰত আমাৰ দৰে 'লোহ - কুহ - গোবৰ্দ্ধন কোন কুটা।' কিন্তু প্ৰশ্ন হ'ল - এই সভা মহোৎসৱ পাতিবৰ বাবে জিলা উপায়ুক্তৰ পৰা সকলো যাবতীয় অনুমোদন পোৱাৰ পিছত ধৰ্মপ্ৰাণ ৰাইজৰ মাজত যি ত্ৰাসৰ সৃষ্টি হ'ল আৰু তাৰ পৰা থিয়েটাৰ আমন্ত্ৰণ কৰা অনুষ্ঠান আৰু থিয়েটাৰ দলৰ যি আৰ্থিক লোকচান হ'ল - তাৰ বাবে দায়ী কোন? এই টকাবোৰ ক'ৰ পৰা আহিব? যোৱা কেবাবছৰ ধৰি প্ৰতিটো থিয়েটাৰ দলে এনেকুৱা অৱস্থাৰ সন্মুখীন হৈ আহিছে। আমাৰ অৰ্হতাক, আমাৰ দক্ষতাক কোনে পংগু কৰি দিছে?

মুঠতে আমি কৰা নাটতকৈ এখোপ চৰা নাটক চৰকাৰে কৰিছে : সেয়া 'স্বাধীনতা হৰণ' নাটক। দেশৰ আইন কানুন শৃংখলা ৰক্ষা কৰাৰ নামত বাছ-বিচাৰ নোহোৱাকৈ একো চিন্তা নকৰি এফালৰ পৰা মহতিয়াই যাব লগা হ'লে দেশৰ জনসাধাৰণ চলিব কেনেকৈ? শাসন মানে অত্যাচাৰ নহয়। কলেজত পঢ়োতে কোনোবা এখন ইংৰাজী ৰচনাত পঢ়িছিলো -

**Popularity is neither fame nor greatness. A king (as such) is not a greatman. He has great power, but it is not his own. He merely weids the lever of the state, which a child, an idiot or a madman can do. It is the office, not the man we gaze at.**

এইবোৰ কথাৰ তাৎপৰ্য কোনে উপলব্ধি কৰিব?

"সত্য ছেলুকছ, কি বিচিত্ৰ এই দেশ।" ●

*(২৮ ফেব্ৰুৱাৰী, ১৯৯৩)*

# তেজ খোৱা দল



বুভুক্ষিতঃ কিংন কৰোতি পাপম?
ক্ষীণা জনা নিষ্কৰুণা ভৱন্তি।

ক্ষু ধাৰ্ত দেশত শান্তি আৰু আইন শৃংখলা ৰক্ষা কৰা বৰ টান কাম - এই পুৰণি সত্য কথাষাৰে আজি দেশখনক সৰ্বগ্ৰাস কৰিবলৈ ওলাইছে। আজি আমাৰ চাৰিওফালে শূণ্যতাই দেখা দিছে। এক বৃহৎ অংশই আজি দুবেলা দুমুঠি ভালদৰে খাবলৈ নেপায়, এক বৃহৎ অংশই শিক্ষিত অশিক্ষিত নিবনুৱা। ব্যৱসায় বাণিজ্য সকলোতে এক বিৰাট শূণ্যতা। সকলো দিশতে যেতিয়া শূণ্যতাই দেখা দিয়ে স্বতঃস্ফূৰ্তভাৱে জনগণৰ মনত এক বিদ্ৰোহে ক্ৰিয়া কৰে আৰু তেতিয়াই শান্তিত বাধা পৰে। বুভুক্ষ মানুহ হৈ পৰে অসহিষ্ণু। এচাম দুৰ্নীতি পৰায়ণ ভ্ৰষ্ট চৰিত্ৰৰ মানুহে দিনে ৰাতিয়ে অৰ্থ সংগ্ৰহৰ কামত ব্যস্ত। তাত ইন্ধন যোগাইছে চৰিত্ৰহীন দেশ নেতা-তথাকথিত দেশসেৱকে আৰু আমোলাই। দেশখনৰ ৰন্ধ্ৰে

ৰন্ধ্ৰে আজি ভ্ৰষ্টাচাৰ আৰু দুৰ্নীতিয়ে পোখা দিছে।

জাতি এটা বাচিবলৈ অৰ্থনৈতিক দিশৰ সুদূৰ প্ৰসাৰী পৰিকল্পনা লাগিবই। জ্ঞানৰ সৎ ব্যৱহাৰ হ'ব লাগিবই। মানুহ সম্পদক প্ৰকৃত অৰ্থত ব্যৱহাৰ কৰিবই লাগিব।

আচৰিত কথা, চৰকাৰ এখনে ৰাজ্যৰ সম্পদ আৰু পৰিস্থিতি সম্পৰ্কে গভীৰভাৱে অধ্যয়ন নকৰাকৈয়ে বছৰৰ পিছত বছৰ পৰিকল্পনা কৰিয়ে আছে। এনে কিছুমান অদ্ভুত আঁচনি তৈয়াৰ কৰি আছে। প্ৰকৃতাৰ্থত সেই আঁচনিয়ে সৰ্বসাধাৰণক কোনো প্ৰকাৰে চুব পৰা নাই।

ইয়াৰ মূল কাৰণ হ'ল অদূৰদৰ্শী পৰিকল্পনা আৰু দুৰ্নীতি। আমি প্ৰত্যেকে জানো যে এই দেশত টকা অৰ্থাৎ ঘোচ নিদিলে কোনো কাম কৰিব নোৱাৰি: যিকোনো কামতে 'ঘোচ' দিয়া লোৱা এটা প্ৰথাত পৰিণত হৈছে। সদ্যহতে ৰাজ্যখনৰ দুশ কোটি টকাৰ কেলেংকাৰী, তাৰে সত্তৰ কোটি টকাই পশুপালন বিভাগে আত্মসাৎ কৰিছে। পশু, কৃষি, জলসিঞ্চন আদি বিভাগ সৰ্বসাধাৰণ কৃষিজীৱী মানুহৰ লগত জড়িত। এই বিভাগবিলাকে এনেধৰণে দুৰ্নীতিত লিপ্ত হৈ কোটি কোটি টকা আত্মসাৎ কৰিবলৈ ধৰিলে কৃষি বিপ্লৱ ধোৱাচাঙত উঠিব। স্বাধীনতাৰ পিছত এই চৰকাৰৰ প্ৰধানমন্ত্ৰী জৱাহৰলাল নেহৰুৱে কৈছিল যে যদি এই দেশত এজন মানুহেও দেশৰ টকা আত্মসাৎ কৰে তেনেহ'লে সেইসকল ব্যক্তিক 'লাইটপোষ্ট'ত ওলোমাই ফাঁচী দিয়া হ'ব। পিছে ক'ত গ'ল কংগ্ৰেছৰ সেই প্ৰতিজ্ঞা? তাৰ পৰিবৰ্তে যদি বিক্ষুব্ধ জনগণৰ এটা অংশই এইবোৰ দেখি শুনি উপলব্ধি কৰি কেতিয়াবা বিদ্ৰোহ কৰিছে, সেইসকলকহে গুলীয়াই হত্যা কৰা হৈছে। এনেকৈয়ে দেশ চলি আছে। কিন্তু এনেকৈয়ে চলি থাকিব জানো?

"হেৰ স্বাৰ্থ-ক্ষমতা-অৰ্থলুভীয়া অন্ধ!
মই জানো তই জনসেৱকৰ মুখা পিন্ধ,
যি ত্যাগত কৰিলে তিনিগুণ লাভ পাব
আগদুৱাৰেদি তাকে তই
পাছ দুৱাৰেদি গৈ
মদে-ভাতে ভোজ খাব। ......
জনতাই তোৰ স্বৰূপ চিনিছে,
সাৱধান, সাৱধান।" ●

(৪ এপ্ৰিল, ১৯৯০)

# আন্তৰ্জাতিক নাৰী দিৱস আৰু আমি



নাৰী আৰু পুৰুষৰ মাজত কামৰ ভিন্নতা আছে। কিন্তু কোনো বিৰোধ নাই। পৰস্পৰে অপৰিহাৰ্য। নাৰী বা পুৰুষৰ কাৰো ভূমিকা কম বা বেছি নহয়। সমাজ গঠনৰ আৰম্ভণিতে নাৰীৰ সামাজিক অধিকাৰ আৰু সুযোগ পুৰুষৰ সমানে আছিল। সভ্যতাৰ অগ্ৰগতিৰ লগে লগে মানুহৰ পৃথিৱীত নাৰী স্বাধীনতাৰ এক সংকটে দেখা দিয়ে। পুৰুষে অৰ্থ আহৰণত বেছি মনোনিৱেশ দিয়াৰ ফলত লাহে লাহে নাৰীয়ে প্ৰায় দাসত্বৰ শিকলি পিন্ধিব লগা হ'ল।

সভ্যতাৰ ৰথৰ চকৰী ঘূৰাৰ লগে লগে সমাজ গঠনৰ কেৰা শক্তিকাৰ পিছত নাৰীয়ে অৰ্থ আহৰণত লাহে লাহে অংশ ল'ব লগা পৰিস্থিতি হয়। আৰু এদিন ১৮৫৭ চনৰ ৮ মাৰ্চত আমেৰিকাত বস্ত্ৰ শিল্পীৰ নাৰী শ্ৰমিকসকলে ধৰ্মঘটৰ আহ্বান দিয়ে। এয়ে প্ৰথম সংঘবদ্ধ নাৰী আন্দোলন অধিকাৰ বিচাৰি। ন্যায় বিচাৰি। উক্ত ধৰ্মঘটৰ মূল লক্ষ্য আছিল নাৰী শ্ৰমিকসকলৰ মজুৰি বঢ়োৱা আৰু কামৰ সময় কমোৱা। লাহে লাহে বিশ্বৰ বিভিন্ন প্ৰান্তত নাৰী শ্ৰমিকৰ আন্দোলন আৰম্ভ হয়। জাৰ্মানী আৰু অষ্ট্ৰিয়াত শোভাযাত্ৰা, মিটিং আৰু বাতৰি কাকতৰ মাজেৰে প্ৰচাৰ আৰু প্ৰস্তুতি চলে; আনকি নাৰীৰ অধিকাৰৰ ওপৰত বাতৰি কাকতৰ বিশেষ সংখ্যাও ওলায়। ১৯১১ চনৰ ৮ মাৰ্চত ক্লাৰা জেটকিনৰ উদ্যোগত প্ৰথম আন্তৰ্জাতিক নাৰী দিৱস পালন কৰা হয়।

ভাৰতবৰ্ষত প্ৰথম 'নেচনেল ফেডাৰেচন অব ইণ্ডিয়ান উইমেন' নামৰ সংস্থাই সমগ্ৰ দেশতে বিভিন্ন কাৰ্যসূচীৰে আন্তৰ্জাতিক নাৰী দিৱস পালন কৰে। যোৱা ৮ মাৰ্চত বিশ্বৰ লগতে অতি সাধাৰণভাৱে অসমতো বিশ্ব নাৰী দিৱস পালন কৰা খবৰ বাতৰি কাকতত পঢ়ি আমাৰো মনত প্ৰশ্ন জাগিছে - আমাৰ সমাজত ইয়াৰ প্ৰাসঙ্গিকতা কিমান? ক'ত? নাৰী দিৱস বুলিলে আমাৰো পুৰুষ সমাজৰো একো কৰণীয় নাই নেকি?

অপ্ৰিয় হ'লেও সত্য, আজিকালি বাতৰি কাকত মেলিলেই নাৰী ধৰ্ষণ, নিৰ্যাতনৰ বতৰা পঢ়িবলৈ পোৱাটো নিত্য-নৈমিত্তিক কথা হৈ পৰিছে। কিন্তু দুঃখৰ বিষয় এয়ে যে এনে কাণ্ডৰ অপৰাধীয়াক কি শাস্তি বিহা হ'ল, বা নিৰ্যাতিতা-লাঞ্ছিতা গৰাকীৰ কি ব্যৱস্থা কৰা হ'ল, তাৰ ভু-ল'বলৈ আমাৰ আহৰি নাই বা ইচ্ছা নাই। এইখিনিতে প্ৰশ্ন হয় -

এইবোৰ কাণ্ড-কাৰখানা এনেদৰেই চলি থাকিব নেকি? এই বিষয়ে আমাৰ ভাবিবলগীয়া, কৰিবলগীয়া একো নাই নেকি?

অভিভাৱক, শিক্ষক, সমাজৰ ৰবমূৰীয়া, চুবুৰীয়াসকল সদায় চুপ হৈয়েই থাকিব নেকি?

যৌথ প্ৰচেষ্টাৰে ইয়াৰ প্ৰতিকাৰৰ উপায় উদ্ভাৱন কৰিব পৰা নাযাবনে?

বিভিন্ন কাৰণত সমাজ ব্যৱস্থাত কেৰোণ লাগিছে কাৰণে আমি হাত সাবটি বহি থাকিলে হ'বনে?

আমি সকলোৰে মিলি আকৌ এবাৰ উপলব্ধি কৰা উচিত -

"When character is lost then everything is lost."●

(১৪ মাৰ্চ, ১৯৯৩)

# ও বাংলাৰ বেহুলা



সাধাৰণতে চিনেমা, টি, ভি চাবৰ সময় আমি নেপাওঁ। কেতিয়াবা কেতিয়াবা ৰাতি সময় পালে শুবৰ সময়ত এটা গান শুনো। হঠাৎ এদিন ভূপেনদাৰ বঙালী গানৰ কেছেট এটা শুনিলো। গানটোৰ আৰম্ভনি 'ও বাংলাৰ বেহুলা'। আমাৰ মাজত এই গানটোৰ বাবে বিতৰ্ক হ'ল। বিভিন্ন জনৰ বিভিন্ন মত। মূল সমস্যাটো এনেকুৱা - বেউলাৰ আখ্যান আৰু ডাক সম্পৰ্কে অসমীয়া ভাষী আৰু বঙালীভাষীৰ মাজত যথেষ্ট পাৰ্থক্য বা মতানৈক্য আছে। প্ৰত্যেক ভাষীৰ মানুহে 'বেউলা' আৰু 'ডাক'ক নিজৰ বুলি দাবী বা যুক্তি দেখুৱায়। সেয়ে ভূপেনদাৰ দৰে এজন বিখ্যাত অসমীয়া শিল্পী তথা অসম সাহিত্য সভাৰ সভাপতি এজনে যেতিয়া 'ও বাংলাৰ বেহুলা' বুলি গালে, গতিকে বেউলা বঙালী ভাষীৰ হৈ গ'ল ? কিন্তু ছয়গাঁৱৰ মেৰঘৰ, ধুবুৰীৰ গদাধৰ নদীৰ নেতাই ধুবুনীৰঘাট, নৈৰ পাৰত থকা প্ৰকাণ্ড শিলৰ পাট, মনসাৰ কোপত চান্দ সদাগৰৰ এখন ডিঙা ডুবি বিলাসীপাৰাৰ ডিঙাৰ আকৃতিৰ পাহাৰখনৰ নাম 'চান্দৰ ডিঙা' বুলি জনাজাত হোৱা, চান্দ সদাগৰৰ ডিঙাবোৰ ডুবি যি পাহাৰৰ তলিত ধন ৰত্নবোৰ পৰি গৈছিল সেই পাহাৰখনৰ নাম পঞ্চৰত্ন বুলি কোৱা, যিখিনি ধন-সোণ ডিঙাত আছিল সেইখিনি সাৱতি ধৰি আহি আহি যি ঠাইত উঠি চান্দ সদাগৰে টোপোলা বান্ধিছিল সেই ঠাইক আজিও 'টোপোলাবন্ধা' বুলি কোৱা আৰু ডিঙাত থকা

লোণৰ বস্তুবোৰ উটি গৈ যি ঠাইত ভীমা হৈছিল সেই ঠাইত আজিও 'লোণমাটি' বুলি কোৱা আদি এশ এবুৰি জনশ্ৰুতিৰ মূল্যযে বা কি? ইয়াৰ উপৰিও গোৱালপাৰা জিলাতে আকৌ 'ধনন্তৰি' পাহাৰ আৰু ভৈৰৱচূড়াও আছে। হুঁক্ৰো অঞ্চলতো বেউলাৰ কাহিনীৰ বহুতো স্মৃতি চিহ্ন আছে।

অসমত মনসাদেৱীৰ পূজা, কেতিয়াৰ পৰা হৈছিল কোৱা টান। বেউলাৰ আখ্যান ভাগ মনসা দেৱীৰ লগতে জড়িত। খৃষ্টীয একাদশ শতিকামানত নিৰ্মিত হাতীৰ ওপৰত অধিষ্ঠিত নগেন্দ্ৰ বাহিনী মনসাৰ মূৰ্ত্তি নুমলিগড অঞ্চলত পোৱা যায়।অসমীয়াসাহিত্যত মনকৰ, দুৰ্গাবৰ আৰু সুকবি নাৰায়ণ দেৱে মনসা কাব্য ৰচনা কৰিছিল। এওঁলোক ত্ৰয়োদশ শতিকা ষোড়শ শতিকাৰ আগৰ ভাগৰ বুলি মতানৈক্য আছে। নাৰায়ণদেৱ এওঁলোকৰ কিছু পিছৰ

মনকৰ আৰু দুৰ্গাবৰৰ মনসা কাব্যত বেউলাৰ আখ্যান নাই। কিন্তু নাৰায়ণ দেৱৰ মনসা কাব্যত বেউলা আখ্যান ভাগৰ বৰ্ণনা সুন্দৰ ভাৱে আছে এই নাৰায়ণ দেৱক লৈ অসমীয়া আৰু বঙালীৰ মাজত বিতৰ্ক। বঙালীৰ মতে নাৰায়ণদেৱক বঙালী কবি বুলি ক'ব খোজে। অথচ নাৰায়ণদেৱৰ আজিলৈকে এখন পুথিও বঙ্গদেশত উদ্ধাৰ হোৱা নাই অসমত আবিষ্কৃত পুথিৰ সংখ্যা তথা কাব্যৰ জনপ্ৰিয়তা, জনশ্ৰুতি, পুথিৰ ভাষা, স্থানৰ উল্লেখ, ৰীতি নীতিক লক্ষ্য কৰি তেওঁক অসমৰ কবি বুলি নিশ্চয়কৈ ক'ব পাৰি।

মূল সমস্যা হৈছে, যি মনসা বেউলা লখিন্দৰৰ কাহিনী জড়িত, সেই মনসা শব্দটো সংস্কৃত শব্দ নহয়। ই এটা নামবাচক অন্যান্য শব্দৰ সংস্কৃতৰূপ। পণ্ডিতসকলৰ মতে দ্ৰাবিড়ী 'মঞ্চম্মা' শব্দৰ ৰূপান্তৰ বুলি ক'ব খোজে। দাক্ষিণাত্যত মঞ্চম্মা, নাগম্মা, দুদাম্মা আদি বিভিন্ন নামেৰে সৰ্পদেৱীক পূজা কৰে বিভিন্ন ঠাইত। দাক্ষিণাত্যৰ পৰা আহি বঙ্গদেশত ৰাজ্য স্থাপন কৰা সেন ৰজা সকলেই একাদশ, দ্বাদশ শতিকাত মনসাদেৱীক বঙ্গদেশলৈ আনে। বঙ্গ দেশতে যদি মনসাদেৱীৰ প্ৰবেশ একাদশ, দ্বাদশ শতিকাত হয়, তেনেহ'লে, নুমলীগড়ত পোৱা মনসাদেৱীৰ মূৰ্ত্তি একাদশ শতিকাৰ বুলি বিশ্বাস কৰা টান হয় সেই সময়ৰ যাতায়তৰ বিড়িম্ব দিশলৈ লক্ষ্য কৰি।

ভূপেনদাৰ গানটোৱে বেউলাক বঙালী কৰি দিলে বুলি কোৱাৰ লগতে আমাৰ সাহিত্য, আমাৰ জনশ্ৰুতি, আমাৰ স্মৃতিচিহ্ন, আমাৰ ঐতিহ্যপূৰ্ণ পুৰণি ভাস্কৰ্যবোৰৰ সঠিক মূল্যাংকণ কৰাৰ দৰকাৰ। ইমান দিনে এটা জাতিয়ে সাৱটি থকা বিশ্বাস বা অন্ধবিশ্বাসৰ এটা সত্য উদঘাটন হওঁক ভূপেনদাৰ 'ও বাংলাৰ বেহুলা' গানটোৰ মাজত হোৱা বিতৰ্কৰ জৰিয়তে ●

(২৮ মাৰ্চ, ১৯৯৩)